গৰিহা কৰিলে, বোলে "মঞিও মানুহ পঠাই কহিবাক দিলোঁ। ককাই ৰাজা মোৰ ঠাইক ভাগি আহোক ; মঞিও দক্ষিণে থাকিম, ককাই উত্তৰে থাকিব। বঙ্গালক মাৰিম।" ককায়ে বুলিলে, "দেৱ কুটুম্বত কৰি, মঞিও কেঁচা কাম নকৰোঁ, পকা কামহে কৰোঁ। এখন মঞিও পাৎসাৰ ঠাইকেহে যাম। তেবেসে মোৰ বৈৰীক উচ্ছাদ কৰিব পাৰিম। এতিয়া সকলে কাৰ্য্য-কাম সিদ্ধি হল। তথাপি মই তোমাক ৰক্ষা কৰিম। আৰ বঙ্গালকো মাৰিম।" এই বুলি নিৰ্ভয় দি ৰাখিলে, আৰু কন্যা, গ্ৰাম, হস্তী-ঘোঁৰা, দাস-দাসী, ৰাজ-যোগ্য অলঙ্কাৰ আনো বিস্তৰ বস্তু দিলে, মাস ফাল্গুন, শক ১৫৩৬। ৩২ ॥

## চতুৰ্থ আখ্যা।

### হাজোত সত্ৰাজিত।

সেই বেলা বঙ্গালৰ ৰতন-ছা নামে এক সদাগৰে শিঙ্গৰিত আগৰ কাষ্ঠ কিনি আছে, মহাৰাজাৰ আজ্ঞায়ে। তাক তৈৰ পৰা হাবুং চেটিয়ায়ে খেদি পঠালে আৰু আগৰ কাঠকো কাটি ললে, বোলে, "কোঁচ ৰাজাক মাৰি আশ পালি। সেইমতে আমাকো ছলহে চা।" আৰু সেই বেলা মহাৰাজায়ে চেংধৰাক পঠাই দিলে বঙ্গালৰ বাৰ্ত্তা জানিবাক প্ৰতি ; তাক বচনেও এইখান বুলিলে, "কাজলীমানে ফুৰিবিগৈ, বঙ্গালক পালে নেৰিবি।" ৩৩ ॥

মহাৰাজাৰ বঙ্গাল অনুসন্ধান

তাত পাচে চেংধৰা যাই বঙ্গালৰ দুখান নাও পাই তাক মাৰিলেগৈ। দুটা মানুহ কাটি তাৰ মাথা আনিলে। এই কথা বঙ্গালৰ লোকে গৈ হাজোত ছৈয়দ বাবাকৰ প্ৰমুখ্যে যত ওমৰাও আছে তাৰ আগে সমস্তে বৃত্তান্ত কলে, বোলে, "পাৎসাক লাগি যত আগৰ কাষ্ঠ কিনিলোঁ সমস্তে আচমে লুটিলে আৰু দুই-খন নাও মাৰিলে। দুই মৰ্দ্দকো কাটি মাথা নিলে।" তবে ছৈয়দ বাবাকৰ নবাবে সত্ৰাজিতক পাঞ্চিলে চেংধৰা, হাবুং চেটিয়া, মদ-নখোৱা, মনপক,

সত্ৰাজিতৰ আসাম আক্ৰমণ

ধৰি আনেগৈ বুলি। পাচে সত্ৰাজিতে তিনি কুৰি নাৱেৰে কলঙ্গে উজাই আহি সলা মাৰিলেহি। চেঙ্গৰ দুই মৰ্দ্দকো কাটি মাথা আনিলে। তেবে ছৈয়দ বাবাকৰ নবাবে চেংধৰা, হাবুং চেটিয়া, মদ-নখোৱা, মনপক, চাৰি পানীসিয়া বিশ্বনাথৰ ওপৰে আতালগুৰি সোমালগৈ পলাই, ধৰি আনিব নোৱাৰিলে। সত্ৰাজিতে আৰু ৰাজাৰ ভাণ্ডাৰৰ লুটি সকলো সৰ্ব্বস্ব নিলে। সলাৰ দেৱঘৰৰ নটিনীকো নিলে, আৰু তিনি দিন ৰহি ভটীয়াই গল। সেই কালৰ পৰা বঙ্গালেৰে আচমৰে যুদ্ধ লাগি গল, শক ১৫৩৬। ৩৪।

বৈশাখ গত জৈষ্ঠ প্ৰবেশ সংক্ৰান্তিৰ দিন, যৈসানি তুৰ্ব্বকক আহোমে মাৰিলে। তাৰ পৰাহে কালে আনি যুদ্ধ লগালে। তাত পাচে বঙ্গালৰ বাৰ্ত্তাক স্বৰ্গমহাৰাজা পাই তিনিজনা গোহাঞিও প্ৰমুখ্যে যত বৰুৱা, সন্দিকৈ, পাতৰ, চেটিয়া, সবাকো আজ্ঞা কৰিলে। ডাঙ্গৰীয়াসবো সমস্তৰে সাজু হৈ দিখৌমুখে থান দিয়া ৰহিলগৈ। বঙ্গালেও এই কথা শুনি গুৱাহাটীক আগ হুয়া ৰহিল। ৮ও গড়গ্ৰামৰ পৰা চিনাতলিত ৰহিলগৈ, আঘোণৰ এক পক্ষ আছিতে। ৩৫ ॥

যুদ্ধৰ আয়োজন

পাচে চাউলাই কোঁৱৰ প্ৰমুখ্যে খাম্প্ৰত বৰগোহাঞিও লাকো বৰপাত্ৰৰ আনো ৰজাবৰ্গ সমন্বিতে যত লোক চামধৰাত ৰহিলগৈ। পাচে মহাৰাজাও গৈ আগিয়াবন্ধত ৰহিলগৈ, বঙ্গালেও বাৰ্ত্তাক পাই সাজু হুই আহি ভড়ৰী কাখৰে ৰহিলহি। আহোমো ভড়ৰীক মধ্য কৰি গড় দিয়া থাকিল। এইমতে এক মাস দেখা-দেখি হুয়া থাকিল। আহোমৰো আগ্ৰআন সেনামানে ভড়ৰী কাখৰে গৈ বঙ্গালেৰে মাতামাতি কৰি থাকে। পাচে একদিনা বঙ্গালো ঘোঁৰা নাৱত তুলি কাপৰে ঢাকি ভড়ৰী পাৰ হৈ আহোমক ধৰিলে। পাচে বৰচেটিয়াৰ পুত্ৰ ৰত্তাঁৱা-ডেকাক কাটিলে, ৰিংচাপাত্ৰক ধৰি নিলে, পিঙ্গলীয়া গোহাঞিও পলাই এৰাল। আনলোকো কিছু পৰিল, পুষ গল। ৩৬ ॥

বঙ্গালৰ আক্ৰমণ

শুক্ৰবাৰে মাঘৰ সংক্ৰান্তিৰ দিনা, তেবে সমস্তে বৰুৱা আন লোক-সবো ভাগি আহি ভড়ৰী গড় এৰি চামধৰাত ৰলহি। পাচে ৮এ এই কথা

শুনি আপোনাৰ দদায়েক চাউলাই কোঁৱৰক সবাৰে উপৰি অধিকাৰ কৰি দিছিলে; তাকো মাৰিবাক মনে ধৰি আনিলে। পাচে আইকুঁৱৰীয়ে মাতিহে একৰালে। আৰু বৰগোহাঞিৰ নেওগ ৰুকং চেটিয়াৰ নাতি, বুঢ়াগোহাঞিৰ নেওগ লেচাই-ফিচিকা, বৰপাতৰ-গোহাঞিৰ নেওগ পোৱালি গোহাঞি, এই সমস্তকে খঙ্গি ধৰি আনি দিলে। ৩৭ ॥

আহোমৰ পলায়ন

পাচে সেই বেলা হাড়ি, মহি, প্ৰমুখ্যে যতেক আনো গড়ভিতৰীয়া কাড়ী আছিল সবে ৰাজাক বুলিবাক লাগিল, "স্বৰ্গদেৱ! তুমি মহাৰাজা হৈ কি কাৰণে বালিত দুখ পাই আছা, আমাক যুদ্ধলৈ কিয় পঠাই নেদা? আমাক কি কাৰণে কাণ্ড-ধনু শিখাইছা?" তেবেসে লেচাম-চিৰিং প্ৰমুখ্যে যত আনো গড়ভিতৰীয়া কাঁড়ী আছিল সকলকো পঠাই দিলে, ভড়ৰীৰ গড় পুনৰ্ব্বাৰ নবীন হব হেন বুলিলে। এই কথা গোহাঁইবোৰে শুনিলে, বোলে, "তিনি নেওগ সমে কোঁৱৰক যে ধৰি নিলে আমাতেহে খঙ্গে।" ৩৮ ॥

যুদ্ধৰ যোগাৰ

পাচে ৰাজাগণে সমে গোহাঞিবোৰে আলচ কৰি ভড়ৰীয়ে উজাই তিনিখন দলং বান্ধিলে ভড়ৰীত পাৰ হৈবাক লাগি। পাচে এই কথা ৺এ শুনি চাউলাই কোঁৱৰকো তিনি নেওগোকো নামাৰি পঠাই দিলে। পাচে খাম্প্ৰাত বৰগোহাঞি, লাকু বৰপাতৰ, তিপাম ৰজা, নামৰূপীয়া ৰজা, চাৰিং ৰজা, ৰুনঞ্চ সন্দিকৈ, বকং বৰচেটিয়া, লাচামপেং পুত্ৰ, মৰাণ কোঁৱৰ, শ্ৰীফল বৰা, হাতীবৰুৱা, ৰেটুৱা বৰা, এই সমস্তে তৰুৱা হৈ গল। সেইসকল উপৰি চেংধৰা ৰাজনেওগ হৈল। লেচাম সন্দিকৈ, পিকচাই চেটিয়া, লেচাম-পম ভণ্ডাৰী, লাঙ্গু নেওগ, চিৰিংদাং, চাউলাপামা, লাঙ্গি নেওগ ফুলকুমৰৰ পুত্ৰ লালুক গোহাঞি, চাওদাং বৰুৱা, এই সমস্তে নাৱে গৈল। আনো যত যুদ্ধাৰু তাৰ কোনে অন্ত পাইব। ক্ষুদ্ৰ বৰুৱাসবৰো আন সেনাগণৰ বা কোনে অন্ত পায়। ১২০ ছকুৰি মৈদাৰ হস্তী আগুৱান হুই যায়। ৩৯ ॥

যুদ্ধ-যাত্ৰা

মাঘৰ ১৫ দিন যাওঁতে শনিবাৰে প্ৰভাতে অৰুণোদয় বেলাত নাৰেতৰে চাপি যুদ্ধ ধৰিলে; হাতীয়ে আগ বাঢ়ি গড় ভাঙ্গি উঠিল। পাচে

যুদ্ধাৰম্ভ

সেনাসকলো উঠি যাকে যতে পালে তাতে কাটিবাক লাগিল। বঙ্গালো সাজু হুইবাক নাপালে; কতো বিভঙ্গে কটা গ'ল, কতো অস্ত্ৰ-শস্ত্ৰ ধৰি যুজিলে। বঙ্গালেও কিছু কৰিব নোৱাৰি বামৰ পৰা হুঁহঁকি লোহিতৰ নিকটে বালিত চাপি ৰহিল। সেই সময়ত ১২টা চিপাহী কেঁৰা গোহাঞিঃ সমে তাৰ কিছু সৈন্য লগত লৈয়া ঘোঁৰায়ে চৰিয়া আহোমৰ বেহু ভাঙ্গি বাজ হুয়া পলাই গ'ল; সত্ৰাজিতো তুখন নাৰেৰে ফৈদৰ মাজৰ পৰা এৰাই গ'ল। ৪০ ॥

আহোমেও পাঁচে যত বঙ্গাল ভঙ্গাইলে তাক খাগৰিৰ গড় দিয়া থলে। তাৰ মাজৰ পৰা দান্তে খেৰ লৈ যি আহে তাক নাকাটি পাৰকৈ

বঙ্গাল বধ

আনে। সেই বেলা বৰগোহাঞিঃয়েও আখো গোহাঞিঃকো আপোনাৰ ভিতৰ কৰি আনিলে। এক ৰাতি তেনেমতে বেৰাৰ ভিতৰতে বঙ্গাল আছিল। আন দিনা এক প্ৰহৰৰ ওপৰে সবো বঙ্গালক বেঢ়ি কাটিলে। বঙ্গালৰ সকাৰে উপৰি ডাঙ্গৰ যি ছৈয়দ বাবাকৰ নবাব সিও পৰিল। ভগবান বক্সি, গকুলচান্দ, জাহিৰ-বেগ, মীৰ্জা-মখি, জামাল-খাঁ, দক্ষিণে আহ্লাদ-খাঁ এইসব কটা গ'ল। ৰাজা জগদেৱ, গন্ধৰ্ব্বৰায়, ৰাজাৰায়, কালাৰাজা, হাড়া প্ৰতাপসিংহ, ইন্দ্ৰমণি, নৰসিংহৰায়, ভগৱানৰায়, কৰ্ম্মচন্দ, এই সমে ১০ ৰাজা দান্তে খেৰ ধৰি বোলে, " আমি মহাৰাজাৰ শৰণীয়া বন্দী হৈলোঁ, আমাক নাকাটিবা।" পাচে তাসম্বাক নাকাটিলে। ৪১ ॥

এই কথা বৰুৱাবোৰে ৺ৰ চৰণলৈ জনালে। পাচে মহাৰাজা মানুহ পঠাই গলে হেঙ্গুলীয়া ডাকুৰ দিয়া গড়গ্ৰামক জনালে। আৰু সত্ৰাজিত

বঙ্গাল-বন্দী

মোহনগিৰিনায়ো ভেটি ধৰি আনিলে। আৰু যি বঙ্গাল কাণ্ড বাৰু এৰি চৰিল তাকো নাকাটি ধৰি আনিলে। আনো বঙ্গাল সমস্তে কটা গ'ল। আহোমৰো তৰে হাতীবেৰুৱা পৰিল, শ্ৰীফল বৰা, নমল বৰা পৰিল। নাৰম্ভ পৰিল লেচাম সন্দিকৈ, চিৰিংদাং। তেবে



3017

সেই বেলা ৺দেৱলৈ জনালে, "বঙ্গাল ৰণত ভঙ্গ হল আৰু খাগৰিৰ তিনি তৰপীয়া টাটী দিয়া বঙ্গালক বেঢ়ি থৈছোঁ।" পাচে এই কথা মহাৰাজা শুনি তৎকালে খেদা পঠাইলে, বোলে, "বঙ্গালক নাকাটিব। কেন্দুৰা উমৰাওবোৰে মোক যুজিবলৈ আহি আছে তাক মই চাবলৈ যাওঁ।" এই বুলি খেদা পঠিয়াই দিয়া ৺দেৱে চামধৰালৈ গল বঙ্গালক চাবৰ মনে। ৪২॥

পাচে মহাৰাজাও শুনিলে সমস্ত বঙ্গালক কাটি গোহাঞিবোৰ পাৰ হৈ আহিল হেন, এই দায়তে ৰাজাৰ দদায়েক চাউলাই কোঁৱৰকো মাৰিলে। গোহাঞিবোৰৰো নেওগবিলাককো কাটিলে। কৰুং চেটিয়া পলাইহে এৰাল। তিনিজনা গোহাঞিকো খঙ্গিলে। তিনিজনা গোহাঞিয়েও বুলিলে, "আমি কেনে ৰণ বঢ়াই থম।" বঙ্গালক কাটি-মাৰি পালে হস্তী ১২টা, ঘোঁৰা ৯০০, আৰ যত কাণ্ড লাগি মৰিল আৰু বাজত বন্ধা ঘোঁৰা কাটিলে, তাৰ কোনে অন্ত পায়? বাচৰু নাৱ ২০০ আৰু বঙ্গালৰ যতেক হিলৈদাৰী ততেকৰ ততেক দিলে। তৰোৱাল, বাৰু, জমদাৰ, খণ্ডুয়া, এইসকলৰ সীমা নাই। সনহা পালে ৮৪, যি কিছু আহিলা-পাতি লোহিতে পৰিল তাকে মাত্ৰ নাপালে। শক ১৫৩৭, মাস মাঘ, ১৬ দিন গতে, দেওবাৰে, তেবে সেই বেলা হাবুং-পিকচাই সহিতে কাজলীত থানা কৰি ৰহিল। ৪৩॥

আহোমৰ জয়

১৫৩৩ শকত, আৰ নৰনাৰায়ণৰ দিনত কছাৰীৰ পৰা ডিমৰুৱা ৰজা চৈধ্য হাজাৰ লোকেৰে ভাগি আহিল। বাঠোৰ ভাই পান্তীশ্বৰ ৰজালৈ নৰনাৰায়ণে দাঁতিৰ আঠাৰে ৰাজা তলপ কৰি দিলে। পান্তীশ্বৰৰ বেটা চক্ৰধৰ ৰাজা হই নৰনাৰায়ণৰ ঠাইক নাযায়। পাচে নাযাবৰ হুই ১২ বৎসৰ বন্দী কৰি থৈছিল। চক্ৰধ্বজৰ বেটা পোৱালসিংহ, পোৱালসিংহৰ বেটা ৰত্নাকৰ, প্ৰভাকৰ ৰাজা হ'ল। সেই বেলা মকৰম-খাঁয়ে পৰীক্ষিত ৰাজাক ধৰি নিলে। সেই সময়তে জয়ন্তীৰ ধনমাণিক ৰাজায়ে ডিমৰুৱাক মাৰি প্ৰভাকৰক ধৰি নি বন্দী কৰি থৈছিলে। পাচে মাণিক ৰাজা হৈ প্ৰভাকৰক বঁটা দি মেলি পঠালে। পাচে প্ৰভাকৰৰ বেটা মঙ্গল ৰাজা

মহাৰাজা ডিমৰুৱাৰ গৰাকী

কাজলীত হাবুং-পিকচাইৰ ঠাইক আসি মহাৰাজাত শৰণে পশিলহি মহাৰাজাও বঁটা-বাহন হেঙ্গদান্ কন্যা হস্তী দি বিদায় দিলে। 'সেই কালৰ পৰাহে ডিমৰুৱা মহাৰাজাৰ হ'ল।' ৪৪ ॥

তেবেসে মহাৰাজা বলী কোঁৱৰক ধৰ্ম্মনাৰাণ নাম দিয়া দৰঙ্গত ৰাজা পাতিলে। আৰ চন্দ্ৰনাৰাণ, ৰূপনাৰাণ প্ৰমুখ্যে পৰীক্ষিত ৰাজাৰ যত কোঁৱৰ আছিল সবে আসি মহাৰাজাক সেৱা কৰিলেহি তেবে মহাৰাজাৰ প্ৰসাদে গ্ৰাম ভূমি লৈ ৺তাক সেৱা কৰি থাকে, কত দেশক যায়। আৰু দখিণকূলীয়া ডিমৰুৱা আদি কৰি যতেক ৰাজা আছে সবে আসি ৺দেৱক সেৱা কৰিলেহি কোড়, কপাহ, কাপোৰ আদি আনো সম্ভাৰসকল লৈ; আশ্বিন মাসে, শক ১৫৩৮। তেবেসে ১৫৩৮ শক মাঘত চামধৰাত গড় বান্ধিলে। ৰাজাৰ কোঁৱৰ লৰি গোহাঞিৰ মৃত্যু, শক ১৫৩৮। ৪৫ ॥

দৰঙ্গ ৰাজা ধৰ্ম্মনাৰায়ণ

আৰ পুনৰ্ব্বাৰ দখিণকূলীয়া, উত্তৰকূলীয়া ঢেকেৰিয়ে ৺তাক উদ্যম কৰালেহি, বোলে, "স্বৰ্গদেৱ মহাৰাজ, আমি যতেক ঢেকেৰি আছো সমস্তকে ৰাজা পৰীক্ষিতে তোমাৰ দুই পাৰৰ তল্লৈদি গৈছে; আৰু বুলিলে, 'মোৰ যত কোঁৱৰ-কুঁৱৰী আৰ যত বালেক আছে সবাৰো দেৱ-কুটুম্বৰ ঠাইতেহে ভাত, আন ঠাইত তাৰ ৰক্ষা নাই।' এখন স্বৰ্গদেৱে যদি আজ্ঞা কৰে হাজোত যিবা বঙ্গালখানি আছে তাক ধৰিবাক প্ৰতি, আমাকো দেৱৰ লোকজনকো পাঞোক; দেৱৰ লোকক পাচ কৰি আমি আগ হৈ ধৰিমগৈ; এতেকে দখিণকোল উত্তৰকোল সমস্তে ৺তাৰ হব।" এই কথা শুনি মহাৰাজা আনন্দিত হ'ল, ভাল বুলি শলাগিলে। ৪৬ ॥

বঙ্গাল ধৰিবৰ কন্দি

পাচে আঘোণত মহাৰাজাৰ আজ্ঞায়ে তিনিজনা গোহাঞি প্ৰমুখ্যে সমস্তে সেনা চেচামুখে গড় দিয়া ৰহিলগৈ, মহাৰাজাও চামধৰাতে ৰহিল। এইমতে মাঘ গ'ল। বঙ্গালো চেক-কমল প্ৰমুখ্যে হাজো পৰ্ব্বত জুৰি আছে। পাচে আগোমে পৰ্ব্বতক বেৰি গড় দিলেগৈ। আৰ দক্ষিণে বা যত নাৱ আছিল, তাক ভাণ্ডাৰী গোহাঞি প্ৰমুখ্যে লৌহিতে গৈ ভেটিলে। ৪৭ ॥

চামধৰাত গড়

বাইৰ্য্যে ধৰ্ম্মৰাজা পুবে-উত্তৰে তিনিজনা গোহাঁঞিও প্ৰমুখ্যে ৰহি আছে। বঙ্গালো ভাগিবাক সাজু হৈল। তেবে সেই সময়তে লেচাম-চিৰিঙ্গে তিনিজনা গোহাঞিকো ঘালি-বচন বুলিলে, “বঙ্গাল যে ভাগে তোমালোকে নধৰ কিয় ?” এই বুলি লোকসকলোকো কোবাই যুদ্ধক সমুখে পৰ্ব্বতত তুলি দিলে বঙ্গালক কাটিবাক প্ৰতি, বঙ্গালো সাজু হুই আছে। পাচে মনত দুখে তিনিজনা গোহাঞি আনোসকল আহোম পৰ্ব্বতত উঠি যাওঁতে বঙ্গালে ঘোঁৰা মেলি যাকে যৈতে পালে তৈতে কাটিলে। থক্বক্ বুঢ়াগোহাঞিও পৰিল। নাৰ-নাৰৰা, আহিলা-পাতি, যত হিলৈ, সকলে পৰিল। যত লোক পৰিল তাৰ সীমা নাই আৰু হস্তী পৰিল ৮০ কুৰি। কেঁৰা গোহাঞিয়ে থানুৰা কনাই হাতীক ধৰিলে। পাচে তাক আচাৰ মাৰি পেলাই নগৰক আহিল। পাচে যুদ্ধ হাৰি পুনৰ্ব্বাৰ কাজলীত ৰহিলহি, শক ১৫৩৯। ৪৮ ॥

বঙ্গালৰ পলায়ন

পাচে ৺খাম্প্ৰত বৰগোহাঁই তিপাম ৰজাক লোহাৰ ডিঙ্গৰা ভৰাই আনিলে খুঙ্গি, ওপৰে পিকদান ধৰি আহিল। লাঙ্গ নেওগক মুৰত কোবাই মাৰিলে। লেচাম-চিৰিং, লালুক ফুকন, লাহন, তিনিকো কাঁইটেৰে চেপি মাৰিলে চিনাতলিত। আৰু উত্তৰ কোলৰ ভূঞা, মৰঙ্গিৰ হাজৰিকীয়া, শইকীয়া, এইসকলক যাক পালে সবাকে মাৰিলে। সেই সময়ত লাঙ্গিক বৰফুকন নাম দি কাজলীলৈ পঠালে। সেই সময়ৰ পৰাহে বৰফুকন নাম হল। ৪৯ ॥

বিষয়াৰ শাস্তি

পাচে মহাৰাজা গড়গ্ৰামক আহিল। সেই বেলা দ্বাৰিকাত পাট ললে। তাত পাচে ছেক-কমলৰ আগত বিৰু-কাৰ্জ্জিয়ে বোলে, “নবাবৰ আজ্ঞা হলে আচামক মিল-প্ৰীতি কৰাই হস্তীদন্ত, আগৰ কাঠ অনাই দিব পাৰোঁ।” নবাবেও ভাল বুলি শলাগিলে। বিৰু-কাৰ্জ্জি আছিল আগিয়াঠুটিত, আমাৰ লাঙ্গি ফুকন আছিল কাজলীত। পাচে বিৰু-কাৰ্জ্জিয়ে আগচকী অশ্বক্ৰান্তলৈ আহি লাঙ্গি ফুকনৰ ঠাইলৈ প্ৰীতিৰ কাৰণ কৈ পঠালে আমাৰ চকীয়ালতকৈ। ৫০ ॥

সন্ধিৰ যত্ন

পাচে ফুকনেও এই কথা ৺ত জনালত ধৰান্ধৰ কটকীক পঠাই বোলে; "ফুকনেও তাক উপাই কৰি কাজলীলৈকে অনাব।" পাচে ফুকনৰ আজ্ঞায়ে ধৰান্ধৰে সত্য-শপত কৰি কার্জ্জিক উপাই মন্ত্ৰণাৰ দ্বাৰায়ে নাৱত তুলি আনিলে। পাচে কার্জ্জিয়ে উমানন্দৰ সেইখানিতে বুলিলে, "ধৰান্ধৰ, দেখ, মোৰ কমৰত দুই তৰোৱাল আছে; তোৰ নাৱৰ মনুষা খৰাপ কৰিলোঁহতে, যাতো তএো ব্ৰাহ্মণ আৰু পুৰোহিতো, দুয়ো ব্ৰাহ্মণৰ কোনোখান হয় বুলিহে হাত জপাই ধৰিলোঁ। মোৰ কপালে যিখান হই সেইহে।" পাচে কাজলী পালেহি। ফুকনে কথাবাৰ্ত্তা হৈ বোলে, "ভাল, কার্জিয়ে আহিছে ৺ক সেৱা কৰি আঁহকগৈ।" এই বুলি মন্ত্ৰণা কৰি গড়গ্ৰামলৈ পঠালে। পাচে ধৰান্ধৰে নি ৺ৰাজাক হজুৰ কৰিলে। ৺এ বোলে, "কার্জ্জি এখন থাকক, মোকে বঙ্গালকে মিলাব নোৱাৰে মানে।" এই বুলি বাঘচোৰাত ঘৰ-বাৰী সাজি দি ৰাখিলে, যাবলৈ নাপালে, শক ১৫৪০, মাস জৈষ্ঠ। ৫১ ॥

বিৰু-কার্জি বন্দী

তাত পাচে পাৎসাৰ ভাই মীর্জ্জা-নাথন দখিণকোলৰ পাৰ হৈ ধৰ্ম্ম-নাৰাণক ধৰিলেগৈ, তেবে ৰাজা পলাই এৰাল, তিনিজনা কুঁৱৰী হাতীৰ ওপৰত গুলি লাগি পৰিল। পাচে আহোমে খেদি গৈ যুদ্ধ দিলে, তেবে মীর্জ্জা-নাথন ভঙ্গ খাই পলাল। হাড়ি মহিয়ে একলে খেদি গৈয়া পৰিল। ৫২ ॥

তিনি কুঁৱৰীৰ মৰণ

পাচে সেই সময়তে মামোগোবিন্দেও আহোমৰ লগ লৈয়া কৰৈবাৰী সীমা কৰি দখিণ কোলে ৰাজা হ'ল। বঙ্গালো দখিণকোলে পাৰ হুইবাকো নোৱাৰে, তাৰ লগে মহাৰাজা ২০০০ কাণ্ডী দিয়া যিহেতু আছে। সত্ৰাজিতে লোক তুলি মামোক মাৰোঁগৈ বুলি আহিল, আহোমৰ কাৰণে নোৱাৰে। সত্ৰাজিতৰ ভতিজাক ইন্দ্ৰনাৰাণ পৰিল আৰু ভৱানীৰায় পৰিল। এইমতে উত্তৰে দক্ষিণে বনে লুকাই কড়াই মাৰে, দেখাই দ্বন্দ নকৰে, সত্ৰাজিতে তুৰাৰলৈ আহি আছে দণ্ডে হাত ভাগে। ৫৩ ॥

সত্ৰাজিতৰ আক্ৰমণ

পাচে সত্ৰাজিতে কিছু কৰিব নোৱাৰি মহাৰাজাক বাপ কাটি আৰ্দ্দাস কৰি পঠালে উমৰ কানাই দুই মুদৈত কৰি মহাৰাজাৰ ঠাইক লাগি। লাহৰি, পামৰু, তাব, মুক্তা, প্ৰবাল, আনো বাখৰসকল দি পঠালে। আৰু পত্ৰত লেখিলে, "মহাৰাজৰ বেটা হৈলোঁ ৺ৰাজা যদি বেটা বোলে, বেটা, নেফৰ বোলে, নেফৰ, মঞি যেমতে দুৱাৰত ৰহো তেমত কৰিব।" ৫৪॥

শৰণাগত সত্ৰাজিত

পত্ৰ এই—

স্বস্তি গুণিগণ-গণনীয়-পৰমপবিত্ৰ-যশোৰাশিমণ্ডিত-

দিগদিগন্তৰালাৰি-পটলোৎপাটল-শ্ৰীশ্ৰীমহাৰাজা-প্ৰচণ্ডপ্ৰতাপেষু—

দোয়া সসালাম লেখনং, কাৰ্য্যঞ্চাগে তোমাৰ কুশল হামেচা চাহো ফেৰ হামাৰে মিয়াৰ খোৰ হোএগা আৰ তুমি এতবাৰ নগুজাস্ত ও আমাৰে ৰোখ চোৰে খহোএ শ্ৰীশ্ৰীযুত খুৰমল্লুক ৺৺স্বৰে ৺ৰ চৰণত দৰগাতে মই সড়সোড় দেহঙ্গা তোমাৰি খেজমতেও চাকৰি দোও কৰোহে অতএব মিনজুয়া ৰায়তেৰ খোচ হাসি। কাহোএ আৰ অধিকালেখানাভিহে পৰং উমৰ কানাই কহিবেক হাঁজিৰ আপোনে কাজ গুজায়া হাফিদকা ইতি জিলকাজ। শক ১৫৪১, ফাগুন ১২।

সত্ৰাজিতৰ চিঠি

সন্দেশ—দোলচা ২০ কুৰি, লাহৰি ২০ কুৰি, পামৰু ১৩ খন, চিট ৫০ খন, টাৰ ৪০ কুৰি, পোৱাল ২০ ধাৰ, লং ২ মোনা, জাইফল ১ মোনা, সফেদ কাঠ ৪ সেৰ, লাল ২ সেৰ, সত্ৰাজিতৰ পত্ৰলেখা। ৫৫॥

পত্ৰ শুনি ৺দেৱে বুলিলে, "ভাল, মোক সি বাপ বুলিলে মইও বেটা বুলিলোঁ। পুত্ৰ হলে পিতৃৰ বচন কৰিব লাগে।" এই বুলি কমললোচন কটকীত কৰি সোণৰ নালিয়েৰে ৰূপৰ জৰা, তাৰ ভিতৰত উত্তম জল দিয়া পঠালে আৰু উত্তম চাউল লোণ দিয়া পঠালে। মহাৰাজা বোলে, "পুত্ৰ হলে মাতৃৰ স্তন খাব লাগে; এই পানীয়ে জানিবা স্তন। তাৰ দেশত যিহেতু লোণ চাউল

মহাৰাজৰ মিত্ৰতা

খালে হাৰাম নকৰে হেন শুনিছোঁ।" পাচে সত্ৰাজিতেও মহাৰাজাকো সাতসেৰা কৰি জৰাতে পানীকো, চাউলকো, লোণকো খালে। আৰু পাট কাপোৰ, চিকণ কাপোৰ, ঝালুক, আগৰ কাঠ তাক প্ৰতি দিনে তাৰ মাদৈ-সকললৈ আইকুঁৱৰীৰ নামে আহোম মেখেলাৰে এক জোৰ কাপোৰ দিলে। মহাৰাজাৰো আজ্ঞা প্ৰাণটাঙ্গিয়ো কৰিছে, এইমতে কতদিন মিত্ৰ ৰতিতে আছিল। সেই সময়তে ভেলাইক দুৱাৰলৈ পাঞ্চিলে তেবেসে হাট-বাট হ'ল। জাতো সত্ৰাজিতে হাট-বাটৰ কথা কলে কটকীৰো আয়াযাত হ'ল। ৫৬॥

ঢকাৰ কটকীৰ আগমন

তাত পাচে ঢকাৰ নবাবৰ অনুমতিয়ে হৰিবলছায় সোণাৰি মুদৈক বোলে, "ঢকাৰ নবাবেৰে ৺এ একলাস পুতকৰাইবা" বুলি, বাজিত-খাঁকে গোপালকে সোণাৰি মুদৈৰ লগত পত্ৰ-সন্দেশ দি পঠাই দিলে তাব, প্ৰৱাল, সোণাৰ মলমকৰা পীৰা ১ খন। পাচে সোণাৰি মুদৈয়ে বঙ্গালৰ কটকাক কুৰুৱাত থৈ কাজলীত বৰফুকনত জনালেগৈ। সত্ৰাজিতে সজাতিত কৰি বৰফুকনলৈ কৈ পঠালে বোলে, "ঢকাৰ নবাবৰ কটকী আহিলে তোমাৰ আমাৰ প্ৰীতিগোট কেমনে ৰহিব। ঢকাৰ নবাবৰ কটকী যেমনে আহিব নাপাই তেমনখান কৰিব।" পাচে ফুকনে সজাতিকে ফুকনৰ ভায়েক লেচাম ডেকাকে দুইতকৈ ৺লৈ কৈ পঠালে, বোলে, "সোণাৰি মুদৈয়ে ঢকাত বঙ্গালৰ আগত আমাৰ সকলে সম্ভেদ কথা কৈ '৺ৰে প্ৰীতি কৰাব পাৰোঁ,' এই বুলি উকিল-পত্ৰ আনিছে। ৺ৰ বচন হলে আনিব পাই।" ৫৭॥

মুদৈৰ মৰণ

পাচে এই কথা শুনি ৺এ বোলে, "সি ব্যপাৰি, ব্যপাৰৰ কাম কৰিব। মোৰ সম্ভেদ কথা কৈ কেমনে উকিল-পত্ৰ আনিছে?" এই বুলি ৺এ সোণাৰি মুদৈক, জয়হৰি মুদৈক, নৰহৰি মুদৈক, এই তিনিক কুৰুৱাতে কাটি পটুৱাৰ ভূৰ বান্ধি উটাই পঠালে। আৰু পাইকো কাটিলে দুকুৰি ৪০। কুৰুৱাৰ পৰা বঙ্গালৰ কটকীক ওলটাই পঠালে। ৫৮॥

তাত পাচে কলীয়া কটকীক সত্ৰাজিতৰ ঠাইক পঠাইছিলে। পাচে কটকীৰ বস্তু চোৰে নিলে, এইকথা সত্ৰাজিতে শুনি পিতলৰ কলহ ১ যোৰ, কাপোৰ ১ যোৰ, ৰূপ ২০ সেৰ আৰু খাবৰ বস্তুজাত সহিতে দি পঠালে। নাৰবৈচাক কিছু নিদিলে। পাচে নাৰবৈচায়ে আহিলত মহাৰাজত গোচৰ দিলে, বোলে, "৶ৰ কটকী হৈ যে বঙ্গালত বস্তু খুজিব পাইনেকি?" পাচে মহাৰাজা দায়ী ধৰি সুধিলত কটকীয়ে বোলে, "মোৰ বস্তুজাত চোৰে নিবৰ শুনি আপুনিহে দি পঠাইছে, মই খোজা নাই।" ৶এ বোলে, "এই কথাকে কোনে জানে?" কটকীয়ে বোলে, "ভেলাইয়ে জানে, আগচকীয়ালে জানে।" ৫৯॥

সত্ৰাজিতলৈ কটকী

পাচে ভেলাইত লাঙ্গি ফুকনক সুধিব দিলে। কটকীকো ভণ্ডাৰী গোহাঁইক বন্দীকৈ থব দিলে। পাচে সাত কটকীৰ লগত বন্দীকৈ থলেনি। একদিনা মহাৰাজা পৰ্ব্বতৰ পৰা আহোঁতে হাতীশালত দেখি সাতকো কাটিব দিলে। ভণ্ডাৰী গোহাঁয়ে যাতো সাতৰ লগত থলে, এতেকেহে সাতৰ লগত আঠকো কাটিবলৈ ডঁৰিকা কাখৰলৈ নিলে। কলীয়া কটকীয়ে বোলে, "সাতোটাহে কাটিব দিছে, মই ইহঁতৰ লগৰ নহওঁ মোক আন দাইতেহে বন্দী কৰিছে।" তথাপি নেৰেতে টকা যাচিলে, ধৰাদ্ধৰে টকা দি এৰাল। তাত পাচে লাঙ্গি ফুকনে সোধ-পোছ কৰি জনাই পঠালে, বোলে, "হই, সত্ৰাজিতে শুনি আপুনিহে দিলে।" ৬০॥

কটকীৰ কাৰ্য্য

পাচে ৶দেৰে কটকীক আনিব দিলে। পাচে ভণ্ডাৰী গোহাঁয়ে কাটিবৰ কথা কলত ৶দেৰে বহু অসন্তোষ কৰিলে। গোহাঁইকো দায় ধৰি খঙ্গিলে। বৈচাৰ-বৰা শইকীয়াকো কাটিলে, চাওদাঙ্গকো কাটিলে। তদনন্তৰে বৰগুৰুৱে ৶দেৰত কলে, "মোৰ মানুহ অটা আহি ভাটী দিকিৰ বাৰ্ত্তা কৈছেহি। আমাক যুদ্ধক প্ৰতি বঙ্গাল বিস্তৰ আহিছে।" এই কথা মহাৰাজা ভেলাইলৈ সুধি

সত্ৰাজিতক ধৰিবৰ উপায়

পঠালে। ভেলায়ে বোলে, "মোক স্বৰ্গদেৱে এই কথাৰ ওপৰে থৈছে, মই এই কথা জানিব নাই। বৰগুৰুৱে কেনেকৈ কয় মই নেজানো।" পাচে স্বৰ্গদেৱে বোলে, "তোৰ যি কথা তাক কবি, তই এই কথা কেনেকৈ কৰ?" এই দায় ধৰি বৰগুৰু কটকীক কটালে। তাত পাচে সত্ৰাজিতে তাৰ বংশৰ দহেকীয়া পুতেকটিকে তাৰে ধাইকে মহাৰাজক সেৱা কৰিবলৈ সজাতিৰ লগত পঠাই দিলে। পাচে স্বৰ্গদেৱে পৰ্ব্বতীয়া বৰগোহাঞিক তুলিব দিলে। গোহাঁয়ে বোলে, "জীয়া-পোক পঠাবৰ উচিত নহয়, কথা-বাৰ্ত্তাৰো পাত্ৰ নুই, লৰাও একো কথা নেজানে, ইহঁতৰে মই কি কথা হম?" এই বুলি নুতুলিলে পাচে স্বৰ্গদেৱে বৰগোহাঁইক খঙ্গিলে, বুঢ়াগোহাঞিকে, বৰপাত্ৰকে তুলিব দিলে, পাচে স্বৰ্গদেৱেও তুলিলে। হস্তী এটা, ঘোঁৰা ২টা, টাৰ হাৰ, ৰূপ ২০০০ দি বিদায় দিলে। পাচত বৰগোহাঞিক খং কৰি ভাঙ্গিলে। তাত পাচে মহাৰাজা লাঙ্গি ফুকনক আজ্ঞা কৰিলে, বোলে, "যেনেকৈ পাৰ উপায় কৰি সত্ৰাজিতক ধৰি দিয়ক, ভেলাইৰে কথা হই।" পাচে লাঙ্গি ফুকনে ভেলাইক বুলিলে, "তই যেনেকৈ পাৰ সত্ৰাজিতক অনা আমিয়েৰে কথা হবলৈ বুলি। যদি আহে আমালৈ বাৰ্ত্তা জানাবি। আমিও সাজু হই উমানন্দৰ বালিলৈকে যাম।" ৬১ ॥

পাচে ভেলাই গৈ বৰফুকনৰ আজ্ঞা সত্ৰাজিতত কলে, "ভাই নবাবেৰে দেখা-দেখি নওহও।" আৰু বুলিলে, "যদি আহে আমিয়েৰে কথা-বাৰ্ত্তা হবলৈ, তেবে আমিও যাম উমানন্দৰ বালিলৈ, তেৰো আহিব তৈকে লাগি, এই বাৰ্ত্তা শীঘ্ৰে আমালৈ জানাবি।" সত্ৰাজিতে বোলে, "একাদিনালৈ আমিও যাম।" এই কথা ভেলায়ে বৰফুকনলৈ জনাই পঠালে। পাচে বৰফুকনে কাজলীমুখীয়া যত ফুকন হাজৰিকীয়া সবাকে লগত লৈ উমানন্দৰ বালিত ৰহিলগৈ। সত্ৰাজিতেও তিনিকুৰি বাচকৰেৰে আহি দেখা-দেখি হ'ল, বামলৈ সুঠিল আহোমে কোনোখান কৰে বুলি। বৰফুকনে সত্ৰাজিতলৈ

উমানন্দত সত্ৰাজিতেৰে দেখা-দেখি

সোণা এসেৰ, কোতা ১০০ খান, থঙ্গা ৩০ খান কলীয়া পটীয়া ৪০, গান্ধ ৭টা ; সত্ৰাজিতে দিলে দলচা ২০ খন, লাহৰি ২০ খন, পামৰি ৪০ খান, চিট ৩ খন, তাৰ ৪০, ঝৰিপোৱাল ২ ধাৰ ;. শক ১৫৪১, মাস চৈত্ৰ। ৬২॥

তাত পাচে কতো দিন অন্তৰে চন্দ্ৰনাৰাণ চুই তিৰী এৰি পলাই গ'ল ঝাজিৰ পৰা। তাত পাচে মামোগোবিন্দৰ বেটা মধুনাৰাণক ধৰ্ম্মৰাজা এই দাই ধৰি গল মুচৰি মাৰিলে, বোলে, "তোক ৰাজ্য পাতিব দিলোঁ, তই স্বতন্ত্ৰ হবি কিয় ?" পাচে পুত্ৰৰ মৃত্যু শুনি কোনোখান কৰে বুলি লুকাৰ পৰা নাহে। মামোগোবিন্দে মহাৰাজাৰ আজ্ঞায়ে কড়ৈবাৰী পৰ্য্যন্ত ৰাজ্য খাই আছে। মহাৰাজাও মামোগোবিন্দক মাতি পঠায়, তথাপি নাহে। মামোগোবিন্দয়ে মহাৰাজাত হাৰামখোৰ হৈল; তাক সত্ৰাজিতেও জানিলে। পাচে সত্ৰাজিতে কটকীত কৰি পত্ৰ দি পঠাইলে, "মহাৰাজাদেৱে যদি মোক আজ্ঞা কৰে মই মামোগোবিন্দক ধৰি নাৱৰ পীৰিত বান্ধি দি পঠাম। ৬৩॥

সত্ৰাজিতৰ ষড়যন্ত্ৰ

পাচে স্বৰ্গদেৱে এই কথা শুনি ৰত্নকন্দলী, জাবৰখৰি, একাদহ, এই তিনিক শীঘ্ৰ কৰি পঠালে, বোলে, "মামোক পালেহে তইঁত আহিবি।" তদনন্তৰে সত্ৰাজিতে পশ্চিমে মামোক বেৰিলে, পূবে আহোমে বেৰিলে। পাচে মামো ভাগি বঙ্গাললৈ গল। সত্ৰাজিতে মামোগোবিন্দক ধৰি ঢকালৈ দি পঠালে। আহোমক নিদিলে আব্দুল-ইচ্লামক দৰে। পাৎসাৰ ঠাই মোক ডুৰিয়া কৰিব বুলি ইকথা মনতে থাকিল। তদন্তৰে স্বৰ্গদেৱে শুনিলে, ধৰ্ম্মৰাজত জগৰ লগাবৰ কাৰণেহে লাঙ্গি ফুকনে মামোগোবিন্দক লুকীলৈ পঠালে। সত্ৰাজিতকো ধৰি আনিব পাৰিলেহতে, কিন্তু মিত্ৰৰ কাৰণেহে নধৰিলে। আৰু ঢকাৰ নবাবেও সোণকোহৰ মুখত হাট-বাট কৰোঁ বুলি বিস্তৰ বস্তু-জাত দি উকিল পঠাইছিল। পাচে ৵দেৱে শুনি বোলে, "এনে কথাৰে যে কটকী ফুকনে ইকথা নকৈ আন কথা কিয় কব ?" এই কাৰণে লাঙ্গি ফুকন, পোৱালি লাঙ্গি-ডেকা, লেচাম-ডেকা, তিনিতো ঝগৰ লাগিল। পাচে খাব নিদি কদৰ্থি তিনিকো মাৰিলে। ৬৪॥

সত্ৰাজিতৰ বিশ্বাস-ঘাতকতা

# পঞ্চম অধ্যায়।

## পাৎসাহী আমোলত কামৰূপৰ পৰগনা বিভাগ।

পাচে ছৈয়দ বাবাকৰ হাজোৰ পৰা চামধৰালৈ খেদি গল, স্বৰ্গ মহাৰাজাৰ ঠাঁঠে তাৰে পৰা ধৰি নিলেক। তাত পাচে মীৰ্জা-বাকী আহি হাজোত ৰহিল। সি কতো দিন হাজোত আছিল। পাচে তাক খেদি পেলাই বহৰম-বেগ হাজোত ৰহিল। তাত পাচে তাক খেদি নবাব আব্দুল্লা-ইচলাম হাজোত ৰহিল। তাত পাচে স্বৰ্গ-মহাৰাজাৰ মোমাই-তামুলী ৰাজা ধৰ্ম্মনাৰায়ণক লগত দি আব্দুল্লা-ইচলামক ধৰি নি গড়গ্ৰামক পঠাই দিলেক. ঢেকেৰি ৰাজক ৰাজা ধৰ্ম্মনাৰায়ণক দিলেক। ৬৫ ॥

কোঁচৰজা ধৰ্ম্মনাৰায়ণ

পূৰ্ব্বে কবিশিখৰক আদ্য কৰি ৰবা-বৰুক পাৎসাত বিদায় কৰি আহিল. লগতে ছেক-বিৰাহিম কড়োৰীক ৰাজ্য বিচাৰ কৰিবাক আহিল। ৰাজাৰ কালত গাওঁ মাত্ৰ আছিল, পৰগনা নাই। ছেক-বিৰাহিমে পৰগনা বন্দী কৰিলেক। প্ৰথমে খিলায়ত কোঁচ হাজো লিখিলেক। তাৰ তলে চৰকাৰ কামৰূপ, চৰকাৰ ঢেকেৰি, চৰকাৰ দক্ষিণকূল, চৰকাৰ বাঙ্গালভূম, এহি চাৰি চৰকাৰ। ৬৬ ॥

ছেখ-ইব্ৰাহিমৰ কড়োৰীৰ পৰগনা সংগঠন

আৰে চৰকাৰ কামৰূপৰ তলে,—পৰগনে কোঁৰভাগ, পৰগনে পাতিদৰং, পৰগনে বনভাগ, পৰগনে বামা বনভাগৰে একেলগী, পৰগনে বৰদৰং, পৰগনে বাঁহবাৰী, পৰগনে সাতৰজীয়া, পৰগনে চৌবাহী-খাতা, পৰগনে কাচিমপুৰ, পৰগনে বৰভাগ, পৰগনে দেহোৰ, পৰগনে ক্ষেত্ৰিভাগ, পৰগনে বজালী, পৰগনে বাহেৰ-খাতা বজালী সহিতে একেলগী, পৰগনে বাঁউসী, পৰগনে বৰনগৰ, পৰগনে পাতকটা বৰনগৰৰ সৈতে একেলগী, পৰগনে বৰপেটা, পৰগনে বেজিনী, পৰগনে ফুলগুৰী বেজিনী সহিতে একেলগী, পৰগনে বাস্কা, পৰগনে দিগজল।

কামৰূপৰ চৰকাৰৰ পৰগনা

কস্‌বে হাজো, কস্‌বে গুৱাহাটী, ৰিকাব-মোহল, পেছকছ, পানদৰিবাৰী বৰগ-মোহল, পুস্বা-মোহল, গুদৰা উমানন্দ, হেমা-মোহল, মাকি-মোহল, চেত্তলবাজী, ফৰোইয়াত, খেদা-হাথী, আগধুৰি, নিকাহী-মোহল, পাইকান-মোহল, কছাৰী-মোহল, চুটিয়া-মোহল, কাৰখানা, এই দুকুৰি এক-মোহল। ৬৭॥

চৰকাৰ ঢেকেৰিৰ তলে,—পৰগনে খুটাঘাট, পৰগনে গুমা, পৰগনে পৰ্ব্বতজোৱাৰ, পৰগনে কস্‌বে ধুবুৰি, পৰগনে জামিৰা, পৰগনে টাৰীয়া, পৰগনে ঘুৰলা, পৰগনে জলকৰ-মোহল, পৰগনে কস্‌বে ঘিলা, পৰগনে চাপগড়, পৰগনে ৰেছম-তাঁতী, পৰগনে কোঁকলাৰ, পৰগনে খুমাৰ, পৰগনে কাঠ-মোহল, পৰগনে কঁটোৰালী, পৰগনে ডিম্যালী-মোহল, পৰগনে ধামাদি-মোহল, পৰগনে চুলহট, পৰগনে দস্তক-মোহল, মুঠত উনৈশখন মোহল। ৬৮॥

চৰকাৰ ঢেকেৰিৰ পৰগনা

চৰকাৰ দক্ষিণকূলৰ তলে,—পৰগনে সাস্তোৰ, আৰ তলে পাঁচ তপা,—তপে বগৰিবাৰী, তপে চামুৰীয়া, তপে বেকেলী, তপে হালজাল ওজাখেলি, তপে তিসিমপুৰ। পৰগনে পাণ্ডু, ইয়াৰ তলে সাত তপা,—তপে বঙ্গেশ্বৰ, তপে মঝিয়লি, তপে ছয়নীয়া, তপে বেলতলা, তপে ভড়ুৱা কটা,......।

চৰকাৰ দক্ষিণকূলৰ পৰগনা

পৰগনে ডুমুৰীয়া, পৰগনে বাড়ন্তী, পৰগনে মেছপাৰা, পৰগনে কালুমলুৱা-পাৰা, পৰগনে কড়ৈবাৰী, পৰগনে পুষ্যাতলে, পৰগনে গাড়ো-মহল, পৰগনে গোড়কাটী। ৬৯॥

চৰকাৰ বঙ্গাল ভূমৰ তলে—পৰগনে বাহেৰবন্ধ, পৰগনে ভিতৰবন্ধ, পৰগনে গয়বাৰী, পৰগনে চকীবৰেতলা, চান্দিয়ানী। এই চাৰিও চৰকাৰ মিলি ৭৫ মোহল। ৭০॥

চৰকাৰ বঙ্গাল ভূমৰ পৰগনা

পৰগনা নামৰ অৰ্থ

ছেক-বিৰাহিমে হজুৰৰ পৰা আহি মলুক বিচাৰ কৰি পৰগনা বন্দী কৰিলেক।

বাঁহবাৰী—আৰ একচাক ৰঙ্গাবাঁহ পাঁচ-ছয় হাত গাঁঠি ৰাজাৰ ৰক্ষা থাকে ; এই কাৰণ পৰগনাৰ নাম বাহঁবাৰী।

দৰং—ৰাজ্যত ৰঙ্গৰ বাবে খিশ্খৰচ হৈছিল, এই কাৰণে দৰং নাম হল।

কোঁৱৰভাগ—কোঁৱৰসকলে যিখন খাইছিল মানে কোঁৱৰভাগ নাম হল।

দৰং পৰগনা—আনো পৰগনাৰ দুখন এখন গাওঁ দৰঙ্গৰো গাওঁ উলিয়াই পাতি-দৰং পৰগনা কৰিলেক।

কছাৰী-মোহল—যি ঠাইত কছাৰী আছিল মানে কছাৰী-মোহল হল।

চুটিয়া-মোহল—যি ঠাইত চুটিয়া আছিল মানে চুটিয়া-মোহল নাম হল।

বনভাগ—বনুৱা কোঁৱৰে খাইছিল মানে বনভাগ হল।

চৌৰাহী-খাতা—ৰজাৰ খাত য'ত য'ত আছিল মানে চৌৰাহী-খাতা পৰগনা হল।

বৰভাগ—বৰুৱাসকলে যি খাইছিল মানে বৰভাগ হল।

দেহোৰ—দেৱালয় আছিল মানে দেহোৰ হ'ল।

খেত্ৰিভাগ—ৰজাৰ চাকৰ খেত্ৰি-চিপাই যি খন খাইছিল মানে সকলে পৰগনে খেত্ৰিভাগ হল।

বজালী—বজালীয়া কোঁৱৰে খাইছিল মানে পৰগনে বজালী হল।

বাহেৰ-খাতা—কোঁৱৰা কুঁৱৰীৰ খাত মানে পৰগনে বাহেৰ-খাতা হল।

ফুলগুৰি—এক গাছ কনক-চম্পাফুল আছিল, ৰাজঘৰ ৰক্ষ থাকে এই কাৰণ পৰগনে ফুলগুৰি হল।

বাঁউসী—ৰাজমাও খাইছিল যেন পৰগনে বাঁউসী।

বেজিনী—কুঁৱৰীৰ নখ-কটা বেজিনী যিখনত আছিল মানে পৰগনে বেজিনী হল। ৭১ ॥

তদনন্তৰে ৰাজা ধৰ্ম্মনাৰায়ণে ৰাজ্য ভোগ কৰিছিল। বঙ্গালৰ চুভা মীৰ্জা-জাহিনা আহি বাৰেপইতাত যুদ্ধ হল। বঙ্গাল ঢেকেৰি অনেক ঠাঠ পৰিল। পাচে মীৰ্জা-জাহিনা চামধৰা পৰ্য্যন্ত খেদি গল। স্বৰ্গমহাৰাজাৰ ঠাঠ বলে নোৱাৰি ফিৰি গুৱাহাটীত আহি ৰহিল। পাচে আহলায়াৰ-খাঁ নবাব কৰি ভাঠায়াই গ'ল। ৭২ ॥

গুৱাহাটীত মীৰ্জা-জাহিনা

# ষষ্ঠ আখ্যা।

## অসম বঙ্গালৰ ৰণ।

পাচে ৺দেৱে অভয়পুৰীয়া নেওগ গোহাঁইক বৰফুকন পাতি পঠালে। মামোৰো লৰা, তিৰোতা, বন্দী-বেটী যি আছিল জাখালিলৈ তুলি নিলে।

গাভৰুৰায়ৰ শৰণাপন্ন

তাত পাচে গাভৰুৰায়ে চন্দ্রনাৰাণ খানায়েৰে দ্বন্দ কৰি নেওগ ফুকনলৈ কৈ পঠালে, বোলে, "স্বৰ্গী মহাৰাজৰ পাৰত শৰণে পশিলোঁ। মই পূৰ্ব্বে থপা ঘৰ, খানায়ে মোক বঙ্গালক ধৰি দিয়ে, লোকজন দি ৰক্ষা কৰা।" এই কথা ৺দেৱত কৈ তাক নিৰ্ভয় দিলে। ৰূপ দিলে ২০০০, সুবৰ্ণৰ টাৰ হাৰ দিলে ১ যোৰ, ৰূপৰ বটা ১টা, জৰা ১টা, কাঁহি ১ খন, কাপৰ ৫০ যোৰ, দলিচা এখন, আকে পাই দখিণকোলৰ ঢেকেৰি লগত লৈ কড়ৈবাৰীৰ পৰা ১৫৪২ শকত বঙ্গালক খেদি ৰাজ ললেগৈ। বঙ্গালৰ দুই-চাৰি মানুহ কাটিছে। ৺দেৱতাই শুনি বোলে, "ঢেকেৰিয়ে কেনেকৈ কাটে মই কি জানোঁ, এই এক কথা।" ৭৩॥

বঙ্গালৰ লগত কাজিয়া

সেইবেলা ঢেকেৰিৰ হৰিকেশ বৰুৱা বঙ্গালৰ পৰা পলাই দৰঙ্গলৈ আহিল। তাক আব্‌দুল-ইচ্‌লাম নবাবে ৺দেৱলৈ খুজি পঠালে, বোলে, "মোৰ হৰিকেশত পাঞ্চ শত টকা পাব লাগে। স্বৰ্গদেৱ ৰাজা দি পঠাওক। তোমাৰ আমাৰ প্ৰীতিৰ এহিসে কাৰণ।" পাচে মহাৰাজা হৰিকেশক শৰণাগত বুলি নিদিলে, কন্দলৰ বীৰ্য এই এক কথা হল। সেই সময়ত বঙ্গালৰ পহুমৰা হেঙ্গল এটা মানহা পাৰ হৈ আমাৰ পানীত সোমালহি। বঙ্গালে আমাৰ চকীয়া-লত খুজি নেপাই চকীৰ পৰা মানুহ দুটা ধৰি নি জিহ্বা কাটিলে; অনেক লাঞ্ছনা কৰি মাৰিলে। আমাৰো চকীয়ালে খৰি-পাত অনা বঙ্গালক জুমি জুমি কটিয়ালে, আৰে পৰা বঙ্গালেৰে আহোমেৰে প্ৰীতি ভাগিল; এই এককথা কন্দলৰ বীৰ্য। পাচে বঙ্গালৰ ছেখ-ফৰিদ নবাব, ফটাই মামুদ, এই দুই বড়লীয়াই উজাই খেদি আহিল হৰিকেশক ধৰিবাক প্ৰতি। পাচে

কলঙ্গু সন্দিকৈয়ে আগভেটি কণ্ডিয়াই খেদিলেহি। বঙ্গালেও কিছু কৰিব নোৱাৰিলে। দখিণকোললৈ পাৰ হৈ অসুৰ-আলিৰ পৰা আচামৰ মানুহ তিনিটা ধৰি নিলে। তাৰে দুটা হাজোত কাটি শালত দিলে, এটা কুকুৰে খুৱালে, শক ১৫৫৪। ৭৪॥

তেবেসে খাংলাই চেটিয়াই দিগিহাত বঙ্গালৰ গড় মাৰিলে। ঘোঁৰা পালে ৯টা, তৰোৱাল ১৪ খন। তাত পাচে হৰিডেকাই চামুৱাৰ গড় মাৰিলে। কম-খাঁ মগল পৰিল, ঘোঁৰা পালে ৩টা, হিলৈ ১৭টা, তৰোৱাল ৪০ খন, আৰু বন্দীতো যি বঙ্গাল আছিল সিও পাৰ হৈ উত্তৰকোললৈ গ'ল। সেইবেলা জেঠ মাহত চন্দ্ৰনাৰাণ মৰিল। খাংলাই চেটিয়াই সোধাত গড় দিলে। সেই গড়ত আহোম ১৪০০০ হেজাৰ লোক দিলে। আৰু ধৰ্ম্ম ৰাজাৰ ঢেকেৰি ৰৰকাঠ বৰুৱা সমে সোন্দাৰ গড় মাৰিলেগৈ। বঙ্গালো ছেখ-ফৰিদ, হৰিৰাম-ৰায়, বৰদেউনীয়াৰ জয়সিংহ কোঁৱৰ, এই তিনি সমুখে যুজে। ভাদ্ৰ, যবন ভগ্ন হল, হৰিৰাম-ৰায়ত কাণ্ড লাগিল, আহোমে খেদি তিনি পৰৰ বাট কাটিলে। ছেখ-ফৰিদক, জয়সিংহ ৰাইক নাকাটি আনিলে। ঘোঁৰা পালে ১৪০, মৰিল ১২০, পিতলৰ কামায়ন ১টা, তুৰকি হিলৈ ২৪০, বাৰু ১২০, তৰোৱাল ৪৪০, ভাদ্ৰমাস, শনিবাৰে ২০ দিন যাওঁতে। ৭৫॥

বঙ্গাল বন্দী

তাত পাচে শৰাইঘাটৰ থানা ললেহি। অশ্বক্ৰান্তৰ আগ চকীত আছিল বিৰাম-খাঁ, শৰাইত খোচাল-বেগ, পাণ্ডুত ইয়াবকুলি, সত্ৰাজিত মাজালিৰ বালিত আছিল। পাচে শৰাইঘাটৰ চকীমানে মাৰিলে। পাচে খোচাল-বেগ পৰিল। পাচে আহোমে কাজলী এৰি শৰাইঘাটত গড় দিলে। লাম্নাখক, ডেকা ডুৱৰা, এই দুই পাণ্ডুৰ গড়ত আছিল। তাক এৰি আগিয়াঠুঠিত মাজালিলৈ গ'ল। সবাৰো উপৰি আবদুল-ইচলাম নবাব, মুহুদি নবাব, দুই ভাগি হাজোত আছিল। ধৰ্ম্মৰাজা খাংলাই চেটিয়াৰো তৈতে গড়, পাণ্ডু-শৰাইঘাট আহোমে ললে, পাণ্ডুত পিতলৰ হিলৈ এটা পালে। পাচে বঙ্গালে নাৱে-তৰে

যুদ্ধ আৰু আহোমৰ জয়

উলটি যুদ্ধ দিলে। আহোমে চাপি নধৰে, কাখৰৰ পৰা কাণ্ড-গুলি মাৰে মাত্র, বঙ্গালো উজাই জুৰীয়া পৰ্ব্বত পালেহি। সেইবেলা হাবুং-চেটিয়া, ৰুকুং চেটিয়া নাৱতে থাকি নাৱ মেলিবাকো নোৱাৰিলে। দিহিঙ্গীয়া গলমণিক পলাল। আনো নাৱ কাখৰক চপাই মানুহ উঠিল্ল, বঙ্গালে নাৱ তিনিখন পাই নিলে। আনো নাৱ পাতোঁতা নভৈল্। বামৰ পৰা কাণ্ড-গুলি মাৰোঁতে বঙ্গাল উলটি গ'ল। সেইবেলা অভয়পুৰীয়া নেওগ বৰফুকন আমৰাজুৰিৰ বৰশিলত উঠিলগৈ, বঙ্গালে দেখি গুলি মাৰিলে, মুখত গুলি পৰি মৰিল, মাস আশ্বিনত শুক্র বাৰে, ১৫৫৮ শকত। ৭৬॥

পাচে সকলো আল্লচি লান্মাখৰুকে বৰফুকন পাতি থলে লোকজনক চলাবৰ নিমিত্তে। আৰু সৰুচকুৰা বৰগোহাঁইয়েও কাজলীৰ লোকজনক দণ্ডি কৰি সবাকে লগাই দিলে। এইমতে দুয়ো লোকজনক চলাইছিল। পাচে ফুকন, ৰাজখোৱা, সকলেও মহাৰাজাৰ-চৰণলৈ জনালত সকলৰো কথা ৰাখি লান্মাখৰুকে ফুকন নাম দিলে। পাচে বঙ্গালে আগিয়াঠুঠিত থাকিল তিনি দিন। পাচে তাৰ পাৰ হৈ তৰে যুদ্ধ দিলে। দুয়ো ভিতিৰ লোকৰ যুদ্ধ সমান হল। তথাপি আহোমৰ গড় তুলিব নোৱাৰিলে। কলঙ্গু সন্দিকৈ পৰিল, চাৰিঙ্গীয়া ফুকনৰ ভায়েকৰ লগত কাণ্ড লাগি মৰিল, লেচামদাং তামূলী গুলি লাগি এৰাল, মীৰ, সত্রাজিত তাতে থাকিল। তাত পাচে বঙ্গালে বাৰেখান গোৰাপ-নাৱ আগ কৰি নাৱে যুদ্ধ দিলে। আহোমৰো সমস্তলোকে দিন দিন নাৱে-তৰে প্রধান যুদ্ধ কৰিছে। পাচে কাণ্ড-গুলিও টুকাল, কতো বেলি অন্তৰে ৰহিব নোৱাৰি অভয়পুৰীয়াৰ নাৱ-মানুহ যুদ্ধ এৰি পলাল। তাকে দেখি আনো নাৱ এৰি পলাল। পাচে বঙ্গালে পাই পেটকটা হিলৈ ১টা, নাৱ ১০ খন নিলে। এইমতে এক মাস যুদ্ধে কাৰো ভঙ্গ জয় নাই। কতো আহোমে জুমি জুমি বঙ্গালৰ খৰি কাটি মূৰ আনিলো বুলি বটা নমায়। এই যুজৰ বেৰস্থা ৮দেৱে শুনি সকলোকো খাঙ্গি লিকচোৱানৰ বৰুৱাক পঠালে। যি অভয়া পলাল, তাৰ

অভয়পুৰীয়াৰ পলায়ন

শইকীয়াবোৰ কাটি মূৰ আনিব দিলে, আৰু নাৱে-তৰে ধৰিব দিলে। উপৰি টেকেলা হাবি-চাওদাং দিলে। ৭৭ ॥

পাচে নাৱে টংচু সন্দিকৈ, অভয়পুৰীয়া, শলগুৰীয়া, সকলেৰো যুগুতি হৈ প্ৰভাতে নাৱে-তৰে চাপি যুদ্ধ ধৰিলে। বঙ্গালেও সচকিত হৈয়া ভাগি পলালি, মাজুলী বালিত পৰিল, আহোমে নাৱে-তৰে খেদি নি যাকে পালে তাকে কাটিলে। কত আহোমে নাৱেৰে খেদি ওচৰ পাইগৈ, বঙ্গালো এৰাব নোৱাৰি টাৰ, লাহৰি, পাৰ্মৰি, দলচা, এইসকল পানীত পেলাই এৰাই যাই, তাকো বঙ্গালে কাটিবাক ডৰে নধৰে। কতোটায়ে যদি লবলৈ চাই তাতো আগ হুয়া বঙ্গালে পলাই যাই মাজালী বালিত পৰিল। সত্ৰাজিত ৰাজা, ইয়াৰকুলি, এই দুয়ো পলাই গল। আৰ সাতদিন আগে সত্ৰাজিতেৰে দ্বন্দ কৰি মীৰ হাজোক গ'ল। গোৰাপে-নাৱ ৭ খন পৰিল, বাচৰু ৩০, বৰহিলৈ ১০০, তুৰকি ৫০০, তৰোৱাল ৩০০, বৰছা ১০০, জমদাৰ ৪৪, খণ্ডৱা ৪০, নাৱৰ কোঙ্কোৰা ৪টা। এইমতে সমস্তে পলাই গ'ল। সেই সময়তে ঢকাৰ পৰা ছেৰ-খাঁয়ে মীয়াৰচান্দে ৮০ বাচৰু নাৱেৰে বংগৰিবাৰা পালেহি। তাক পাইহে সত্ৰাজিত, ইয়াৰকুলি এৰাল, লাম্মাখৰু চেটিয়া পাণ্ডুত বৰফুকন হৈ থাকিল। ৭৮ ॥

মাজুলীৰ বালিত বঙ্গাল

পাচে সমস্তে বৰুৱা গৈয়া, হাজোক বেঢ়ি গড় দিলেগৈ। বঙ্গালেও গড় সাঙ্গ নৌহঁওতেই হস্তী আগ কৰি টংচু সন্দিকৈৰ গড়ত ধৰিলেহি, ছই দণ্ডমানে যুদ্ধ হ'ল। পাচে আব্দুল-ইচ্লাম নবাবত কাণ্ড লাগিল, মুহুদি নবাবৰ ঘা হল, আৰু হস্তীৰ কম্পালত গুলি লাগিলত হস্তী উলটি পলাল, হস্তীৰ ভঙ্গে বঙ্গালো পলাল; ঘোঁৰা পৰিল ৯টা। তেবে বঙ্গালে আপোনাৰ গড়ত ভঙ্গ হুয়া ৰহিল, আচামেও বঙ্গালক বেঢ়ি গড় দিলেগৈ। বঙ্গালে ওলাই যুদ্ধ নিদিলে, পাচে এৰাব নোৱাৰি কাকূতি কৰি বাট মাগে, বোলে, "আমি যুদ্ধ এৰিলোঁ; তোমৰা ধৰ্ম্মপথলৈ চাই এৰি দিয়া, আমাৰ দেশলৈ যাওঁ।" তথাপি বৰফুকনে নেৰিলে, মহাৰাজাক ভয়ে কৰি নেৰিলে। এইমতে

হাজোত যুদ্ধ

এক মাহ হ'ল। বঙ্গালে খাইবাক নাপাই গড়ৰ ভিতৰতে শুখাই মৰে। ৭৯ ॥

পাচে একোমতে নোৱাৰি মুহুদিয়ে গড়ৰ ওলাই লাম্মাখৰু বৰফুকনত বৰিলহি। তাত পাচে আব্দুল-ইচ্লাম নবাবক প্ৰমুখ্যে মীৰ্জা-নাকৈ, মীৰ্জা-হুচন-ছা, ৰাজা ফজুল-বেগ, মহমল্ল, ৰামচা, কৰ্মচান্দ, এই সকলোৱে বৰিলহি। পাচে বৰফুকনে সমস্তকে গড়গাওঁলৈ দি পঠালে। আৰ মীৰে বোলে, "পাৎসাৰ লোণ চাউল খাই কেনে হাৰাম কৰিম?" এই বুলি গড়ৰ ভিতৰতে যুদ্ধ দি মৰিল। সেই সময়তে হাজো উছাদ কৰি বঙ্গালক আহোমে ধৰি আনিলে। হস্তী পালে ৯টা, ঘোঁৰা পালে ৮০, হিলৈ ৬০০, তৰোৱাল ২০০, পিতলৰ কামায়ন ৯টা, শক ১৫৫৮, মাঘ মাস। ৮০ ॥

হাজোত বঙ্গাল

তাত পাচে লাম্মাখৰু চেটিয়াক ৮৩ত গোচৰ দিলে। নিদানৰ বেলা বোলে, "বঙ্গালে পেৰা ভিতৰ কৰি কাপৰেৰে ঢাকি মহাৰাজালৈ পাৎসা কিবা দি পঠালে, তাক মহাৰাজা পালে কি নাপালে, আমি নেজানিলোঁ, আৰু শুৱালকুচীয়া ১৬০ ঘৰ তাঁতীয়ে পাৎসালৈ কাপৰ বৈছিলে, তাকো লুট কৰি দক্ষিণকোলত পাতিলেনি, পাৎসাৰ কাপৰো আপুনি ৰাখিলে। মহাৰাজাৰ ৰাজ্যত কি ঠায়ে নাটিলে?" এই কথাতে লাম্মাখৰু চেটিয়াক মাৰিলে। বৰবৰুৱা, গণকৰ বৰুৱাক বন্দী কৰিলে, ১৫৫৮ শক। ৮১ ॥

বৰুৱা বন্দী

তদনন্তৰে পিকচাই চেটিয়াক বৰফুকন পাতিলে। তাৰ পাচে পুনৰ্ব্বাৰ বঙ্গাল মধুপুৰত গড় দি ৰহিলহি, তাক সমুখে ডেকা-দুৱৰা, টংচু সন্দিকৈ সোন্দাত গড় দিলেগৈ। বঙ্গালেও খেদি আহি সোন্দাতে তিনি প্ৰহৰ বেলা যুজিলে। পাচে বঙ্গালে আহোমৰ গড় দাঙ্গিব নোৱাৰি আপুনি ভঙ্গ হৈয়া খাৰেপইতাক গ'ল। ৮২ ॥

মধুপুৰত বঙ্গাল

১৫৫৯ শক, জেষ্ঠ মাহত ধৰ্ম্মৰাজায়ে, খাংলাই চেটিয়ায়ে উত্তমক ভঙ্গালে,

উত্তমো পলাই বৰনগৰক গৈল, বৰনগৰতো খেদি গৈ ঘৰ পুৰিলে, তাৰ ভণ্ডাৰসবো লুটি আনিলে, তাঁৰ খুৰীয়েক সৈতে চৰা-কুৰ্ম্মাকো ধৰি আনিলে। পাচে উত্তমেও দগ্গা দিয়া আহোম বিস্তৰ কাটিলে। পাচে আপামামোদ, অম, দুই আহি চূণৰিত গড় দিলেহি। তেবে লাইফংজাং, ফুলবৰুৱা, ডেকা-ডুৰৰা, ধৰ্ম্মৰাজাসমে চূণৰিত গড় ভঙ্গালে। বেঁকী, পোমৰা, জাখলিখনা, এই তিনি ঠাইত থানা কৰিলে। আচামে তাৰো পৰা কাটি-মাৰি খেদিলে। তাত পাচে বঙ্গালে ভাটোকুচিত গড় দি ৰলগৈ। লাইফংজাং, ফুলবৰুৱা, খাংলাই চেটিয়া, ধৰ্ম্মৰাজা, এই সমস্তে কালপানীত গড় দিয়া সমুখে ৰলগৈ যেন কাণ্ডে-গুলিয়ে নেপাই, মতামতি হৈ থাকে। এই মতে দুই মাস গ'ল। ৮৩॥

বেঁকীত বঙ্গাল

সেই সময়তে ৰত্নকন্দলী, মাধবকন্দলী, বিৰিণা, তিনি কটকীক ৺দেৱে পিকচাইৰ ঠাইলৈ পাচিলে, বোলে, "ফুকনে যে গুৱাহাটীত মাছ, পশু মাৰি ৰং-আনন্দ কৰি বিশ্রেষ্টাৰূপে খাই থাকে, থাকিব পাইনেকি? আৰু বঙ্গালো বৰনগৰতে আছে। যদি তাৰে পৰা আহি আমাৰ লোকজন কাটে, তেতিয়া কিৰূপে ৰক্ষা পৰিব, পো-নাতিলৈ বা কোন আপাহত চাউল-কানি বগাব?" এইৰূপে তিনি কটকীয়ে কলত ফুকনে অসন্তোষ কৰি কটকীক সুস্থিলে, ৰোজ-বাজো একো নিদিলে। পাচে তিনি কটকীও সন্তোষ নেপাই গুৱাহাটীত একৰাতি থাকিয়ে গ'ল। পাচে ৰত্নকন্দলী, মাধবকন্দলী, বিৰিণা, তিনি কটকীয়ে ১৫৫৯ শকত পিকচাই চেটিয়াক মহাৰাজত গোচৰ দিলে, বোলে, "দুই তিনিজনা ফুকনৰ দ্বন্দ লাগে, আৰু দুই তিৰোতাৰ দ্বন্দ লাগে, তাকে ভাঙ্গিব 'নোৱাৰে আৰু ফুল পিন্ধিহে থাকে, ৺ৰ কাৰ্য্য-কাম কি কৰিব।" এই দায়তে লোহা লগাই আনি গড়ৰ কাখৰৰ হাতীশালত থলেনি। পাচে সৰুচকুৱা বৰগোহাঁইক পূৰ্ব্ব কথা সুমৰি পাণ্ডুত বৰফুকন পাতি থলে। ৮৪॥

পিকচাই বন্দী

সেই সময়তে ফুলবৰুৱাই ৰাতি দগা দি কালপানীত বঙ্গালৰ দুখান গড় মাৰি আঁপোনাৰ গড়লৈ আহিল। লাইফংজাঙ্গে বিস্তৰ গালি পাৰিলে। ফুলবৰুৱা বোলে, “গড় মাৰিলি যে কিয় এৰি আহিলি?” পাচে ফুলবৰুৱা উলটি ভঙ্গোৱা গড়তে দুখমনে থাকিলগৈ। আন দিনা বঙ্গালে ফুলবৰুৱাকো আনো যিবা গড়ত আছে তাকে ধৰিলৈগৈ, তিনি বেলি মাৰি হোঁহোঁকালে। হাতে কটা-কটি কৰিছে, ঘোঁৰাৰ শৰে, মানুহৰ শৰে খাৰৈ উপচিল, তথাপি যুদ্ধ নেৰিলে। এইমতে তিনি প্ৰহৰ বেলা গৈল, তথাপি গড় দাঙ্গিব নোৱাৰিলে। পাচে তাৰ যি ওমৰাওবোৰে যুদ্ধ কৰাইছিল, সেই সমস্তে ধৰিলেহি। আহোমৰ লোকৰ ভাগৰ হৈ আছিল, সেপ ঘুটিবকো নোৱাৰে, কাণ্ড-গুলিও টুকাল; কাৰো কেৰে মধ্যস্থ নহ'ল। তেবে সমস্তে গড় ভাঙ্গি পলাল, আৰু দুখন গড় বঙ্গালৰ মাজতে নেভাগি ৰল, তাকো মাত দিহে ৰাতি আনিলেগৈ, ১৫৫৯ শকত, মাহ কাতি, তাৰিখ ২৮, ৰবিবাৰ। ৮৫॥

কালপানীত যুদ্ধ

পাচে দুই দিন অন্তৰে ফুলবৰুৱাৰ দুই ভায়েক পলাই আহিল। তাত পাচে মীৰ্জা-জইনা, আহ্লায়াৰ-খাঁ, মহমদ-জোমা, মাচু-খাঁ, ৰামচন্দ্ৰ কাজি, উত্তম, মীয়াচান্দ, সবে একত্ৰ হৈয়া বাৰেপইতাৰ আচামৰ ফৈদক খেদিলে; তথাপিতো এক প্ৰহৰ বেলা যুজিহে এৰাল। আচামে বিস্তৰ লোক পৰিবাৰ দেখি বলে নোৱাৰি ভাগিল। পোলোঙ্গা কোঁৱৰ পৰিল, টংচু সন্দিকৈ, লেচাম হাৰিবৰুৱা, এই দুই এৰাই আহিল, শক ১৫৫৯, মাহ আঘোণ, দিন ৫। ৮৬॥

অসমীয়া সৈন্যৰ পৰাজয়

যি কিছু ভগনীয়া লোক এৰাই আহিল, সিও পাণ্ডু-শৰাইঘাট পালেহি। যিবা সৰুচকুৱা গোহাঁই সেনাপতি হৈ আছিল, তেওঁকো বাতে ধৰিলে। বঙ্গালেও চেপি আহে। পাচে মহাৰাজা শুনি মৰঙ্গিৰ পাতৰ, খাণ্ডাধৰা কোঁৱৰ, দুইকো মলথুবচা কাণ্ডী সৈতে পঠাই দিলে, সিবোৰো পালেগৈ। সেই সময়তে মীৰ্জাজাহিনা প্ৰমুখো বঙ্গালো আহি পাণ্ডু-শৰাইত ততকালে ধৰিলেহি।

কলিয়াবৰৰ যুদ্ধ

মাজত দিন ৰাতি গোটহে হৈল; সন্ধুকিবাকো নাপালে। পাচে ভগনীয়াৰ লগতে মৰঙ্গিৰ পাতৰ, খাগুাধৰা কোঁৱৰ, দুয়ো কাজলীক ছাৰি কলিয়াবৰ পালেহি। পাণ্ডু-শৰাইঘাটত এক্ককাঠী কাণ্ডো মাৰোঁতা নহ'ল। আৰু যত নাৱ-নাৱৰীয়া পাণ্ডুত আছিল সবে বঙ্গালে নিলে। সেই বেলা পর্ব্বতীয়া বৰগোহাঁই, দিহিঙ্গীয়া বৰগোহাঁই, লাকো বৰপাতৰ গোহাঁই সলাৰ পৰা গৈ কলিয়াবৰতো গড় দিয়া ৰহিল। 'বঙ্গালেও ১৬ খন নাৱেৰে গো-ভিঠাক আহি ভড়ৰীতে পানী চাই উলটি কাজলীকে গল। পাচে তিনিজনা গোহাঁয়ে স্বৰ্গদেৱৰ চৰণলৈ কৈ পঠালে, বোলে, "বঙ্গালে মাৰি-কাটি কাজলী পালেহি। স্বৰ্গদেৱে আজ্ঞা দিয়ক কাজলীতে আমি বঙ্গালক ধৰোঁগৈ।" পাচে মহাৰাজ শুনি পিকচাই চেটিয়াক বৰফুকন পাতি লুইতে পঠালে। ৮৭॥

গোহাঁইবোৰক হাক দি পঠালে, বোলে, "আন বৰুৱা-ফুকনক মাত্ৰ পঠাব, চামধৰাগড় আওতাই তাতে থাকোকগৈ, গোহাঁইবোৰ নাযাব।" পাচে গোহাঁইবোৰে মহাৰাজাৰ কথা নলৈ পিকচাই চেটিয়া নৌপাওতেই সসৈন্যে সহিত খেদি গল। পাচে ৰাজা শুনি গোহাঁইবোৰক ভাল নুবুলিলে। বৰুৱাবোৰে গৈ আঠদিন বঙ্গালেৰে যুদ্ধ কৰিলে। দিনে দিনে শত-পঞ্চাশ পৰিল, ইয়াৰকুলি পৰিল। পাচে গোহাঁইবোৰে বোলে, "একে দিনে বঙ্গালক মাৰো।" এই বুলি খেদি বৰবৰুৱা পিকচাই প্ৰমুখ্যে নাৱে-তৰে বঙ্গালক ধৰিলে। প্ৰথমতে বৰ-বৰুৱাৰ নাও আগে মেলি গল। বঙ্গালৰ নাও ঘুলিত আছিল, তাক কেৱে নেদেখিলে। তৰেও হত্তাহতি লাগিল। পাচে বঙ্গালে ঘুলিৰ পৰা ওলাই পাচৰ পৰা বৰবৰুৱাক ভিটিলেগৈ। মোমাই-তামুলী বৰবৰুৱাও পানীত জাম্প দি পৰিহে এৰাল। পাচে সকলো নাও ভঙ্গ হ'ল, তৰুৱা লোকো পলালে, গোহাঁইবোৰো নাও এৰি ভঙ্গ খালে, টংচু সন্দিকৈও তৰোৱালৰ ঘা পাই যেনতেনকৈ এৰাই আহিল। চিৰিংদাং পৰিল, বুঢ়া-গোহাঁয়ে পাচত থাকি নাৱৰ লগ নেৰিলে। বিস্তৰ লোক পানীত পৰি

আহোম সেনাৰ পলায়ন

মৰিল। পাচে সকলোৱে নাও চপাই তৰ উঠি পলালে। নাৱৰ আহিলা-পাতি বিস্তৰ পৰিল; যেনতেনমতে কলিয়াবৰ পালেহি। ৮৮॥

পাচে মহাৰাজা শুনিলে, মুযুজি পলাই অহা লোকক কাটিব দিলে। ৰুৰুং চেটিয়াক, বিহুৰা বৰাক, গলমণিকক, হালোৱা হাজৰিকীয়াক কাটিলে; আনো হাজৰিকীয়া, শইকীয়া, বৰাক বিচাৰ কৰি কাটিলে; তিনি গোহাঁইকো খঙ্গিলে। ৰজাৰ হস্তী, ৰজাৰ লগুৱা, নাৱৰ নাৱৰা, আনো লোক কাঢ়ি আনি বৰবৰুৱা পিকচাইৰ হাতত দিলে। গোহাঁইবোৰক আপোনাৰ বিলতীয়া লোকেৰে চামধৰাত থাকিব দিলে, শক ১৫৬০, ভাদত। ৮৯॥

বিষয়াৰ বিপদ

তাত পাচে মীৰ্জা-জাহিনা বৰকৰয়নিত ৰলহি। আচামৰ বৰুৱাবোৰে চামধৰাৰ পৰা বঙ্গালৰ গালৈ মানুহ পঠালে, বোলে, "সিবোৰ যে ইঠাইক আহিছে, লেঢ়াইক মনে আহিছে কি আন কিবা কামে আহিছে, তাক আমালৈ কৈ পাঠাওক।" বঙ্গালে বোলে, "সিবোৰে যদি বনৰ হস্তী, বনৰ আগৰ কাঠ, গোলা মৰিচ দিয়ে তেবে আমি লৈঢ়াই নকৰো, এই কথা এটা উকিলত কৈ সত্য-কবুল কৰি কৈ পঠাব।" পাচে সেই সময়ত মোমাই-তামূলী বৰবৰুৱায়ে অভয়পুৰীয়া বাৰুৱতীৰ ভিতৰৰ সনাতনক আনি কটকী কৰি পঠালে। বৰুৱাবোৰে বোলে, "ছয় মহিনাৰ পথ, দেৰ মহিনালৈ দিন দিলেহে স্বৰ্গদেৱত জনাই সিবিলাকৰ বাঞ্ছিত পূৰ্ণ কৰিব পাৰোঁ; আন অৰ্থে কি কন্দল কৰিম?" নবাবে বোলে, "দেৰ মহিনাতো আমি এই জাগ্যাতে ৰহিম, তুমিও শীঘ্ৰে স্বৰ্গদেৱত জনাও।" এই বুলি আমাৰ কটকী পঠালে। ৯০॥

বঙ্গাললৈ কটকী

কটকীৰ লগৰ এটা নাওবৈচা পলাই নবাবত কলে, বোলে, "কটকীয়ে যি কৈছে, সকলে মিছা, গড় আওতাই যুদ্ধলৈহে দিন লৈছে।" পাচে নবাবৰ মনতে থাকিল। পাচে বঙ্গালক ৰাখি গড়-প্ৰাঞ্চী তিয়াৰ কৰিলে। পাচে আচামে বঙ্গালৰ গালৈ সনাতন কটকীক পঠালে, বোলে, "বনৰ হস্তী যি খুজিছে হস্তী

নাওবৈচাৰ বিশ্বাসঘাতকতা

চাৰি লাদকো নিদিওঁ; বনৰ আগৰ কাঠ যি খুজিছে কাঠ চাৰি ভগাকাঠকো নিদিওঁ; ঝালুক যি খুজিছে ঝালুক চাৰি চেৰকো নিদিওঁ। ৯১॥

এই কথা বঙ্গালে শুনি নাওবৈচাক আগলৈ আনি হাদিৰাই সুধি জুট্ বাত কঁহ বুলি দুই সাঁমাৰ মাজত আমাৰ চকীৰ আগত কটকীক পানীত বান্ধি পেলালে। পাচে আমাৰ চকীয়ালে দেখি নাও মেলি ধৰি তুলি আনিলে পানীৰ পৰা।

কটকীৰ অপমান

দখিণকোলৰ বৰবৰুৱা চৰ্দাৰ, তিনিজনা গোহাঁই চামধৰাত পূৰ্ব্ববতে আছে, পানীত পিকচাই চেটিয়া চৰ্দাৰ। প্ৰথমে বঙ্গালে চামধৰা নাৰে-তৰে বৰগোহাঁইৰ গড়ত ধৰিলেহি। তাৰ লগে ৰাজা প্ৰাণনাৰাণো আহিছিল। চাৰি দণ্ড বেলাৰ পৰা গধূলিহে এৰিলে। বৰ ঘাইল যুদ্ধ হ'ল। বঙ্গালৰ শৰে উত্তৰকোলৰ গড়খাৰৈ উপচিল। সেইপোনে বঙ্গাল অটা জাখৰ পিন্ধি গড় উঠিলহি। পাচে আচামে হিলৈয়েৰে কোবাই মাৰিলে। দখিণকোলে যুদ্ধ নহ'ল, নাৰেও যুদ্ধে নোৱাৰিলে। সিদিনা নোৱাৰি গধূলি ভড়ৰী পাৰ হৈ ৰহিল, শক ১৫৬০, মাস মাঘ। ৯২॥

আনকাদিনা বঙ্গালে উত্তৰকোলে চাৰি দণ্ড বেলাৰ বাট জুৰি বুঢ়াগোহাঁইৰ গড়ত ধৰিলেহি। আমাৰো তিনিজনা গোহাঁই, ৰূপ সন্দিকৈ, মৰঙ্গিৰ পাতৰ, আনো যত ফুকন, ৰাজখোৱা, হাজৰিকীয়া, শইকীয়া, এই সমস্তে প্ৰাণ-টাকিও যুদ্ধ কৰিলে। বঙ্গাল যদি ইফৈদ পৰে আৰু ফৈদ উঠি ধৰে, এইমতে বাৰম্বাৰ যুজি বঙ্গাল হাৰিল। ছৈয়দ কাণ্ডা এক চিপাই মৃত্যুকো নগণি গড় উঠিলহি। তাক তত্কালে মাৰিলে। আৰ দিকৰাই নৰ্দা, গড়খাৰৈ বঙ্গালে উপচিল। আৰ নাৰৰ যুজত বিস্তৰ বঙ্গাল গুলি লাগি মৰিল। তেবে তিনি দিন অন্তৰে যুজে নোৱাৰি মীৰ্জা-জাহিনা, অহ্লায়াৰ-খাঁ, আপামামোদ, জোমা, মাচুম-খাঁ, ইচ্পিঞ্জৰ, মীৰচান্দ, প্ৰাণনাৰাণ, ৰামচন্দ্ৰ কাজি, উত্তম, এই সমস্তে বিমুখে গল। পাচে গুৱাহাটীত ৰহিল, ১৫৬০ শকত, মাঘ মাস। ৯৩॥

বঙ্গালৰ পৰাজয়

দুই বৰুৱালৈ বঙ্গালৰ চিঠি

কাজলীৰ দুই বৰুৱাৰ গালৈ ফেমলজান উকিলক পঠাই সন্দেশ-পত্ৰ ৺ৰ নামে দি পঠালে।

পত্ৰ এই—

মহামহিম শ্ৰীযুত ৰৰবৰুৱা ও চেটিয়া গোহাঁই মহাশয়েষু—

সগৌৰব লেখনং কাৰ্য্যঞ্চ আৰ তোমাৰ ৰাজোন্নতি হামেচা চাহি, ওপৰং ৺শ্ৰীশ্ৰীযুতেৰ থানে উকিল ফেমলজান এক আদমিকো ভেজোহে, তোমৰা দুই জনৰ বকিদতে খাতিৰ খুচি হইবেক, আৱৰ চৰ্ফৰাজ দুই জনেৰ সাথ অৰ্দস্ত কৰিলে শ্ৰীশ্ৰীযুত ৺প্ৰসন্ন হৈবেক, অতএব আমি তোমাৰ চাগিৰ হৈলোঁ, তুমি আমাৰো সলাহকৰ, আৰ তোমাৰ দিকিৰ ৰৰম্বদৈ সওদ আমাৰ মল্লুকেৰ চা-মহাজন সাউদেৰ টোল বতায়া খৰিদ কৰ, যে জোখ-জোখো বস্তু লাগে সে ভাগায়া পয়দা কৰ। ইহাকৰ কাজ-কাম, মাল্লুম হোয়ে, অধিক কি লেখিম। আপুনি জানন্তা হোগা, ইতি—জিলকাজ ১৫৬০ শক, মাস ফাল্গুন, ১০ দিন গতে। ইতি।

সন্দেশ,—ঘোঁৰা ২, চন্দন কাষ্ঠ ২ মোন, টাৰ ২ মুঠা, লাহৰি ২০ কুৰি, পামৰু ৩০ কুৰি, চিত ৫ খন। আৰ বচনে বুলিলে, "৺দেৱ ৰাজাক আমি বাপ কাটিলোঁ ৺তকৈ। আমাকো হাট-বাট দিয়োক।" এই বুলি উকিল পঠালে। ৺ও সকল ঠাইৰ মানুহ আহিব দিলে। পৰ্ব্বতীয়া নগাও আহিল। পাচে ৺শুনি তাৰ যি বস্তুজাত আনিছিলে, সকলোকে ওলোটাই দিলে। ৺দেও তাক অনেক বস্তুজাত, টকা, বাহন দি বিদায় দিলে। ৯৪ ॥

পাচে মাচিম-খাঁ, মীৰ্জা-জাহিনা, ইসব প্ৰমুখ্যে ভটায়াই গ'ল। গুৱাহাটীত আহ্লায়াৰ-খাঁক থৈ গ'ল প্ৰীতিৰ ওপৰে। আহ্লায়াৰ-খাঁ নবাব আহোমৰ সমুখে ৰহিল। তাত পাচে বৰবৰুৱা, পিকচাই চেটিয়া, আহ্লায়াৰ-খাঁয়ে উত্তৰে বৰনদী, দক্ষিণকোলৰ অসুৰালি সীমা কৰি ৺দেৱৰ ঠাইক পত্ৰ-সন্দেশ দি

স্বৰ্গদেৱলৈ আহ্লায়াৰ-খাঁৰ চিঠি

ছেক্-মেদা কটকীক পঠাই প্ৰীতিয়ে থাকিল।

পত্র এই—

স্বস্তি সকলমঙ্গলাগাৰ-বিবিধ-গুণালঙ্কৃত-সুৰ-নদী-সলিলং নির্ম্মল-যশোৰাশি পৰিপূৰিত-কলেৱৰ শ্রীযুত বৰবৰুৱা সুচাৰু-চৰিত্র-বিচিত্র মন্ত্রীবৰেষু—

সৌহার্দ্দপূর্ব্বক লেখন কার্য্যঞ্চ ইথানেৰ কুশল; তোমাৰ কুশল মঙ্গল হামেচা বাঞ্ছি, পৰং তোমাৰ ফৰমাণ নজৰেত জানিলোঁ, নও দিন দিন দোস্তি হামৰ হইবেক, অতএব তোমাৰ মাজে কিঞ্চিৎ দিলগীৰ নেস্ত, আৰ তুমি বুলিছ উত্তৰে বৰনদী দক্ষিণকোলে অসুৰালি ইতি মধ্যত তোমাৰ আমাৰ নাকলে ফিৰিবেক, আৰ দুই দলৰ গো-ব্রাহ্মণৰ সুখে ৰহিলে এই ধর্ম্ম তোমাৰ যশ প্রতিষ্ঠাতেসে, সুমান দুইহানাৰ যুগাদি হৈলে ওগয়ৰস মল্লুকে খোৰমি হৈবেক। আৰৰ বদনাম কিছু নাৰহিবেক। আৰ তোমাৰ উকিল সনাতন ও কানু শর্ম্মা ইহানাৰ সঙ্গে ও আমাৰ আদমি ছেক-মেদা ও ঝাৰখাণ্ডৰ ও আকাদশ তোমাৰ থানে ভেজিতেছি, শ্রীশ্রী৺যুতেৰ থানে হজুৰ কয়া দশ-পাঞ্চ ৰোজত ফিৰি পহুছাইবা। এমত হৈলে তোমাৰ আমাৰ কিছু সন্দিগ্ধতা নাৰহিবেক। আৰ এমৰাৰ মুখে সমস্তে জানিবেক অধিক কি লেখিম। আপুনি সমস্তে জান।

তোমাৰ নিমিত্তে পত্র-সন্দেশ,—বাপ্তা ১ খন, লং ২ মোন, চিনি ২ মোন, ৰূপোৱালী পটুকা ৩ গজ, সোণোৱালী ৩ গজ, সুগন্ধ বালা ২ সেৰ, জাইফল ১ মোন, ঘোঁৰা ২টা, ইতি, শক ১৫৬১, মাস মাঘ। ৯৫ ॥

ছেক-মেদা ও আকাদশৰ লগত সনাতন, কানুৱে আহলায়াৰ-খাঁৰ পত্রৰ সিদ্ধান্ত নিয়ে।

পত্র এই—

স্বস্তি নিখিল-গুণৈকধাম-সর্ব্বোপমাযোগ্য শ্রীযুত নবাব আহ্লায়াৰ-খাঁ শুভাশয়েষু—

সস্নেহপূর্ব্বক লেখনং কার্য্যঞ্চ এথা কুশল, তোমাৰ কুশল সর্ব্বত্র চাহি।

পৰং সমাচাৰ এই, তোমাৰ উকিল ছেক-মেদা ও আকাদশ, এই দুই জন মনুষ্য পঠাই দিছিলা। সে আহি পহুছিল, ইহানাৰ মুখে তোমাৰ কুশল শুনিয়া পৰম সন্তোষ হৈলোঁ। আৰ তুমি বুলিয়াছা উত্তৰে-বৰনদী, দক্ষিণে অসুৰালি, এমত্ত বন্ধনিবন্ধানুক্ৰমে হদ্‌কৰাৰ হলে উভয়ান পক্ষে ৰক্ষা হৈল, সে ধৰ্ম্মে তোমাৰ আমাৰ যশ প্ৰতিষ্ঠা দিন দিন অন্যন্তানুৰূপে বাঢ়িতে যাইব, খালি নাহইবেক। এমত্ত যে সুপাৰিচ লিখিছ ইগোট উত্তম লিখিছ; কিন্তু বৰ মনুষ্যৰ প্ৰীতি-কৰাৰ কদাচিত্ নাফিৰে। সেই যেমনে উত্তৰোত্তৰে ৰক্ষা পৰে তাক কৰিবা। আৰ তুমি যি বুলিছ দশ-পাঞ্চ ৰোজত উকিল পহুছাইবা সেই বচনত থাকি আমাৰ সঙ্গত ৺ৰ চৰণত সম্মুজাই হজুৰ কৰিলোঁ। ৺ও যেমত কথা হৈল তাক তোমাৰ উকিল সমস্তে কহিবেক। পৰং পূৰ্ব্বাপৰেও নবাবসকলেৰে গুৱাহাটীত থাকি কথা-বাৰ্ত্তা অনেক হোৱা যায়। অদ্যাপি সেথানৰ কাৰ্য্য কৰিতে ভাৰ তোমাৰ ওপৰ, ই ঠাইৰ আমাৰ ওপৰ, অতএব তোমাৰ মনে যেমত ভাল প্ৰতিবাসে তাৰ প্ৰত্যুত্তৰ তৎ-কাল লেখিবা। এমত্ত হইলে তোমাৰ আমাৰ মৈত্ৰী কি সক নাৰহিবেক্। আৰ বাকী সমাচাৰ সনাতন ও শ্ৰীকানু এমৰাৰ মুখে জ্ঞাত হইবা। কিমধিকম্ বিজ্ঞাবৰেষু।

আহলায়াৰ-খাঁৰ পত্ৰৰ সিদ্ধান্ত

আৰ তোমাৰ অৰ্থে সন্দেশ,—হস্তীদন্ত ১৪ টা, গান্ধ ২৭ টা, কলীয়া চামৰ ২০ টা, মৰিচ ১০ সেৰ, খড়্গ ২টা, সোণেৰে মলমা কৰা কটাৰী ২ খন। শক ১৫৬২, মাস জেষ্ঠ, তেৰিখ ১২। ৯৬॥

সেই সময়তে ছেক-মেদায়ে আহ্লায়াৰ-খাঁৰ আগত বোলে, "৺জা নহয় সাক্ষাৎ মহাদেৱ। মোমাই-তামুলী নহয় সাক্ষাৎ নন্দীশ্বৰ। যি থানত থাকে সি থান কৈলাস। দুই জন থাকে মানে কোন সাহস কৰিবেক?" আহ্লায়াৰ-খাঁয়ে বোলে, "যি কৈছ সকলে সত্য, কৰ্ম্মানুসাৰে দুইৰো একোটা জন্ম।" তাত পাচে শিঙ্গৰিৰ ওচৰ গোৰাকুচি গ্ৰামত আমাৰ চকী আছিল, তাতে ভোট ডেফলাৰে কিনা-বিকা কৰিছিল। এনেতে আমাৰ ছয়গুৱা মানুহ

মোমাই-তামুলীৰ প্ৰশংসা

সহিতে দুৱাৰ্দ্দাৰৰ বেটা শত্রুসনে শিঙ্গৰিৰ গোপেশ্বৰ ৺৺ৰ ঠাইত থাকি ভোট, ডফলা, দৰঙ্গীৰ চুটিয়া কোঁৱৰৰ মানুহ-দুনুহটো সহিতে সকলেও অন্যো অন্যে কিনা-বিকা কৰিছিল। ৯৭ ॥

এনে সময়তে ব্যামত-খাঁ বঙ্গালে গোপেশ্বৰ ৺৺ৰ ৰূপৰ খুৰী ৰূপৰ নালেৰে টুঙ্গৰি সোমাই লৈ আহিল। পাচে শত্রুসনে বোলে, "৺৺ৰ বস্তু কিয় নিব?" বঙ্গালে বোলে, "ভোটে দিয়া বস্তু, আসামে যে বাধে সিংহতে বাধিবৰ কি?" এই

ভিতৰুৱা মনান্তৰ

বুলি তিনিটা মানুহ মাৰি ধৰি গোৱাকুচি গ্রামত এৰি গ'ল, বস্তুকো নিলে। এই কথাতে থাকি আমাৰো শত্রুসন দুৱৰীয়াইয়ে বমন পৰ্ব্বতৰ কোষৰ পৰা দুটা শেন, তিনিটা তুতিৰা, বঙ্গাল ১৩টা ধৰি বন্দীকৈ থলেনি। তাৰ লগত পহলন কেইটামান পলাই আহি কামৰূপৰ সোধ-পোছ কৰিবাক মুৰ কৰি পৰমাই 'ব্রাহ্মক দিছিলে। সি গৈ তাতে কলে; সিয়ো মীৰ-খচলু কানগুই চান্দ-খাঁ দেৱানেৰে আলচি, আহ্লায়াৰ-খাত কলে, বোলে, "চাহাৰে আচামেৰে এখন একলাখ প্রীতিৰ কাৰণ কি? পাৎসাৰ তামচাৰ ৰাজ-তুতিৰা সহিতে মানুহ ধৰি দুখ দিলেই, এমত হলে উভয় দলৰ মধ্যত কেমন প্রীতিৰ সৰিয়ত ৰহে, ৰাৰম্বাৰ এমত কৰি থাকে, তত্রাপি চাহাৰে যে এমত বুজ নাকৰে ইগোট ভাল নহব। এতিয়া তোমাক আমাকো নাজানি কি কৰে আচামে।" এই প্রকাৰে অনেক নবাৱত কলে। এই কথা শুনি নবাবেও মনে বিমৃশা কৰি নবাবৰ নাতিয়েকক মীৰজা-ভেলাক পত্র-সন্দেশ দি বৰবৰুৱাৰ ঠাইত উকিল কৰি পঠালে। ৯৮ ॥

পত্র এই—

স্বস্তি সকলগুণৰাশিসম্পন্ন-অশেষ-বিদ্যাবিদবিনোদ-বিশাৰদ-সুকুল-কমল-বিস্তাৰিত-ভাস্বন্ত-সাদৃশ্য-জ্যোতিৰ্ম্মান-সদকীৰ্ত্তিনিকৰ-শুভ্র-পবিত্র-নিৰ্ম্মল-কলেবৰেষ্, শ্রীযুত বৰুৱা গোহাঞিঃ বৰফুকন জিউ মহানু-ভাব-সচ্চৰিত্রেষ্—

শিবশুভসতঃ প্রয়োজন লেখনং মুদা কাৰ্য্যঞ্চ পৰং ও এখানে খুব

দৌলত হ্যাদা মাকেঞি বখেৰস্ত, ওপৰসে হায়ানেও হকিকৎ স্বৰজিয়ান
নবাবৰ চিঠি
ও এত্বাসাঞী আফিয়ত, ৺ চাদিমে জাহিৰ সুমাকেঞ জাহানিদেস্ত। ও আগৰ বিশেষ তোমাৰ প্রীত-পত্র স্বম্নসল্লাহ যে জৌখ চেলামি সমেৎ ও সম্তন ও শ্রীমাধ মজুন্দাৰ দোনা মাতববৰ্কো আদমি ইতৰফকো ফেৰিস্তান বোধ, তাহলে দহন তামাম্ খবৰকে গোস্তান চুমাকে দোস্ত ৰযায়েত, দোতৰফকে চিফুচফায়ত পৰম্পাৰে ইসব ৰোজ চুমা তন বদাৰদ ওদিগিৰ ভোট, ডেফলাসে শ্রীশ্রী৺৺চাহেবকা চৰকাৰী দিনমাহমুদ ওগয়ৰহ ২৩ আদমিকো বুৰিদস্ত, এমত জবাব বাৰ বাৰ লেখ। এইৰূপ দোষ্টি সবুস্তুৰে আজ জানিব, মালুমা ছৰিয়দ মদাৰ. বিশেষ তোমাৰি দুৱাৰদ্দাৰে লাড়কা ৺কে খোচাল শিকাৰীদ্বয়কে বাজ ও আগৰ চাহেব চাদিমাস তুতিৰা সুমাত্ত আদমি চিবাকে নামে গুজাৰৎ, ও বাজ ও তুতিৰা ওগয়ৰসকো আদমি ও কিছু আস্তে মেৰন্দদ্, ও আবৰ হায়ান মুৰদেস্ত ও আমাৰে এতবাৰি চান্দ-খাঁ ও বাজ-চেকাৰ পুহিলমে জবাব বতায়ত তথাচ ও বাজ ও তুতিৰা ওগয়ৰসকে আদমি সথ হাৰামখোৰ. নিগা দাস্ত, নয়ো হাৰানা মেকুনদ ন বাজমে গৰ্দ্দদ। আৰ আমাৰ কেমনে একলাস-বাতে খাতিমে কুনদ, আৰ যে কৰিছ সে তোমাৰ ভালাই. দৌলত নিগাদাস্ত। ই অলপ কাৰ্য্য। তাহাৰ সমাচাৰ এই, আৰ অধিকত কহিবা হামাঠেৰ নবিৰস্ত। ও মীৰ্জা-ভেলা যেৰূপ বাকী হকায়ক খেৰখেৰ জাহিৰায়ে সেৰূপ আমাৰ মলুকেৰ কামেৰ সৰ্দাৰ আদমিকো খাহেদ গুজাস্ত। ইতি সহৰ জুমাদিৰৌল, শক ১৫৬২, আমৰ্দ্দাদ ভাদ্র, তেৰিক্ষ ১১।

সন্দেশ,—বানত ১ খন, পালেঙ্গপোচ ২ খন, লং ৪ সেৰ, বাঘথলীয়া দলিচা ২ খন, হোমকাস বাখৰ ৩ সেৰ চিনি ২ মোন, লোণ ৭ মোন। ৯৯ ॥

সেই সময়তে আমাৰ দুই কটকী আহ্লায়াৰ-খাঁৰ ঠাইক পাইছিলে। আমাৰ. দুই কটকীক ছাহবুকজৰ ওচৰত থৈছিলে. সিহঁতক ৰোজ

দিছিলে,—চাউল ২০ মোন, মচুৰ ৫ মোন, মুগ ২ মোন, মাহ ৩ মোন, ঘিউ ১০ সেৰ, ঝালুক ২ চৰু, লোণ ২° মোন, পান ২ পাচি, তাঁতিৰ ২ পাচি, আদা ৪ চৰু, মাছ ২০ কুৰি, তেল ৪ কলহ, চিনি ৪৬, সেৰ, খাহি ২টা, গুৰ ৪ কলহ। এইৰূপে ৪ দিন অন্তৰে ৰোজ দিছিলে। ৪ দিন অন্তৰে নবাবৰ ভিতৰ কৰি নিছিলে। সেই সময়তে একদিনা আহ্লায়াৰ-খাঁয়ে বোলে, "গড়গ্রামলৈ কেতি ৰোজৰ পথ ?" আমাৰ সনাতন উকিলে বোলে, "চাহাব, গড়গ্রামক লাগি ২ মহিনাৰ পথ।" এনেতে দুৱাৰদাৰৰ বেটা জয়ানন্দে বোলে, "চাহাব, ৮ ৰোজৰ পথ,—উকিলে মিছা কহে।" পাচে নবাবে বোলে, "এখন তোমাৰ বৰমুদৈ দুৱাৰদাৰে ৮ ৰোজকে বাট কহে, তুম্ভি কিছুৱাস্তে দোমাহিনাকে বাট জুট কহ।" সনাতনে বোলে, "উদয়গিৰিৰ স্বৰ্গ ৺ৰজা অস্তগিৰিৰ দিল্লিৰ ৺পাৎসা, দুই জনেও পূৰ্ব্বাপৰ উকিল যি কহে তাকেহে সত্য মানে। এখন তুমি যে দুৱাৰদাৰ মুদৈ সে মহাজন আৰ মুখেহে সম্বুজ কৰহ। আত আমাৰ খানিকো দিল্লিৰ নাহি কৰোঁ। তুমি আপোন মাফিক খুচি কৰ, আমি যো কুস্বাদ কহো সব সত্য কহোঁ।" পাচে আহ্লায়াৰ-খাঁয়ে বোলে, "উকিল যো কুস্বাদ কহ সব সত্য। সিটো ব্যাপাৰি তাৰে বাদ্ নাসম্বুজ্ কৰোঁ।" পাচে আমাৰ উকিলক বঁটা-বাহন দি বিদায় দিলে। বিদায় দিয়ো তেওঁ পত্ৰৰ সিদ্ধান্ত পত্ৰতে পাই পুনৰ্ব্বাৰ চন্দ্ৰনাৰাণৰ কথা একো নকলে। আমাৰ উকিলৰ লগে পুনৰবাৰ ছেক-মেদাক পঠালে। ১০০॥

কটকীৰ আশ্বাস

পত্ৰ এই—

স্বস্তি সকলমঙ্গলালয়-পৰম-সুপ্ৰতিষ্ঠিত শ্ৰীযুত বৰবৰুৱা গোহাই ও শ্ৰীচেটিয়া গোহাই মহামহোগ্ৰ-প্ৰতাপেষু—

লিখনং কাৰ্য্যঞ্চ আদৌ তোমাৰে কুশল সৰ্ব্বথা চাহে, সাম্প্ৰত তোমাৰ মেহৰাণি দিন দিন-নজিক আয়াক্তেমাম হামৰাহ হোৱে। আৰ তুমি যি পত্ৰ

মনুষ্য তাকিদ ভেজিলেক সিটো চিতাপ পহুছিল। তাহনাৰ মুখহত শুনি, সাক্ষাৎৰূপ পত্ৰৰ নামি চসমদিদ কৰিয়া জানিলাম। পত্ৰাৰ্থবিদ প্ৰস্তুত কাজৰূপ উচিত, যাতো তোমাৰ আমাৰ একতা-মৈত্ৰ ভাৱৰূপ যশপ্ৰতিষ্ঠা আফতাব সদৃশ সাক্ষাত ৰহে ইসোওঁ আস্তে। অতএব খুব হকিকতনা ভেদ দৌৰদোস্ত কফদস্ত চডহা উভয়পক্ষ নাভেদ দোহান মধ্যজোৰ তমসিল পৰম খোদাই-পেকম্বৰ সব মাফ কৰে। একাৰণ আমাৰ দৰবাৰেৰ অহোৰ ধাৰাণ ৰহে, তোমভি এমন্ত কৌলি কৰন্নৰে সব দোজখ নবচ্ছ খোদজাতে মুৰশিদ, গোস্ত যেজৌখ ধৰ্ম্মজাহান ওপৰ তোমাৰ আমাৰ দৌলত একৈতা দোস্তৰহে। এতে উভয়দি গদাৰিয়া ৰায়ত গো-ব্ৰাহ্মণ পৰাঠৰ পালনকৰিণতা সৰ্ব্বত্ৰ বলবৰ্ত্তিতা হোৱে এমন্ত হৈতে তোমাৰ আমাৰ যে যে দুস্‌মন তাহে অন্তস্কংৰণ যে মগৰুৰ গৰ্ব্ব সেহি সাহজিক চগজাৰ যাহে কাটি আৰ অধিক কত কহিব। তোমাদেৰ উকিল সনাতন ও শ্ৰীকানু শৰ্ম্মা আমাদেৰ ও ছেক-মেদা এমৰা সাৰশেষ কহিবেক যাতে প্ৰীতিৰ ওপচ ৰহে, কমিতা নাৰহে তাৰেক কৰ। ইতি সহৰ সৌওাল, ১৫৬৪, পৌষ মাস।

আহলায়াৰ-খাঁৰ বৰবৰুৱালৈ চিঠি

সন্দেশ,—বানত ২ খন, সোণোৰালী পাগ জমা ২ গজ, পটুকা ৪ গচ, লং ৩ সেৰ, জাইফল ১ মোন, স্বফেদ কাষ্ঠ ২ সেৰ, বাপ্তা ২ খন, চিনি ২ মোন, লোণ ৫ মোন। ১০১॥

পাচে ছেক-মেদাক ধাৰাণে তুলি বৰুৱাৰ ঠাইতে ৰাখি আমাৰ দুই কটকীক সেই বাৰ্ত্তায়েৰে ৺ৰ ঠাই পঠালে। ৺ও এৰূপ কথা-বাৰ্ত্তা শুনি সন্তোষক পালে। সেই সময়তে ২ উকিলক ৺ৰে বোলে, "বামুণীৰ পুতেক, তইঁতত আৰু কোনো কথা-বাৰ্ত্তা আছেনেকি?" সিবোলাকে বোলে, "দুই আযাৰমান কথা আছে। ৺এ যদি পুনৰ্ব্বাৰ নোসোধে আমি বন্দীইঁতে কব খোজোঁ।" ৺এ বোলে, "নোসোধোঁ।" পাচে সনাতন কটকীয়ে বোলে, "বনৰ হস্তী অনেক যত্ন কৰি আনি ৺ৰ শালত গলত চেপা দি থৈছে। তাক মেলি দিলে শালতে

স্বৰ্গদেৱ আৰু কটকী

থাকে কি বনলৈকে যায়?" আৰু বোলে, "৺ৰ বন্দী-বেটী বিদেশলৈ পাঞ্চে তৈতে মৰিলে তাৰ লৰা-লুৰিটো ৺ৰে ৰাজ্যত থাকে কি বিদেশলৈ এৰি দিয়ে?" আৰু বোলে, "পিতৃ-মাতৃ, ভ্ৰাতৃ, সকলোৰো একে অৱয় একে অঙ্গ যাতো বস্ত্রে আবৰি থাকে, এই কাৰণেহে সকলোৰে মৰ্য্যাদা ৰহে। আমি বন্দীহঁতে কিছু নাজানো, যি কৈছোঁ সকলে অশুধ। ৺দেৱৰ চৰণে যদি বাচ-বিচাৰ কৰি ৰাখে তেহে।" এই বুলি সিবোলাক চাঙ্গৰ পৰা নামি আহিল। ৺দেৱেও পুনৰ্ব্বাৰ বঙ্গালনৈ পাঞ্চিলে। ই-বোলাকেও যাঁওতে বৰুৱাৰ ঠাইত সকল সম্ভেদ লৈ বোলে, "৺এ ব্ৰাহ্মণক ৰাখিব তেবেসে আমাত ব্ৰহ্ম বধ নালাগে।" সেই সময়ত অভয়পুৰীয়া লেতেৰা দাধৰাৰ পুতেকক ৺এ জগলু সহিতে বৰুৱাৰ ঠাইলৈ পঠাই সুধি আহিল। ৺দেৱে বোলে, "কটকী যি কৈছে তাৰ কথা-বাৰ্ত্তাৰ যুগুতি আশয় জেঠেৰীয়ে মোলৈ কৈ আহোক।" পাচে বৰুৱাঁয়ে ৺দেৱৰ চৰণলৈ প্ৰাৰ্থনা কৰি ব্ৰাহ্মণৰ অৰ্থে জনাই আহিল। ৺ও ভাবাছোঁ বুলি বোলে, "কাটিলোঁহতে যাতো জেঠেৰীয়ে মাতি আহিছে, বামুণীৰ পুতেকে মাতি গৈছে, এই কাৰণেহে নাকাটিলো। তথাপি জেঠেৰীয়ে ভালৰূপে শিখাই দিয়ক।" এই বুলি চাঙ্গৰ পৰা ৬ সজাতিক গোটাই খেদিলে, তাৰ পুতেক জয়ানন্দক নিতান্তে জগলুৰ হাতে অনাই ১০টা ১০টা কিল মাৰিছিল যাতো পূৰ্ব্বে ৺ৰ আগত সনাতন কটকীক কুটাৰ পো বুলি সজাতিয়ে গালি পাৰিলে। তাকো উলটি গালি পাৰিলে। ৺দেৱে দুইকো গোটাই খেদিলে। সেই কথা সনাতনৰ মনতে আছিল। সেই কথাতে চল পাই তাকো এইৰূপ কৰিলে। পুনৰ্ব্বাৰ চেক-মেদাকো ৺এ ধাৰানে বিদাই দিব দিলে; বৰুৱাও বঁটা-বাহন দি বিদায় দিলে। পুনৰবাৰ আহলায়াৰ-খাঁয়ে ৰচিপ-খাঁ, মুস্তৰ-খাঁ, দুই উকিল আমাৰ কটকীৰ লগত পঠাই দিলে। ১০২ ॥

পত্ৰ এই—

স্বস্তি সকলমঙ্গলৈক-নিলয়-পৰম-সুপ্ৰতিষ্ঠিত-কলেবৰ লিখিতং

শ্ৰীযুত বৰবৰুৱা গোহাঁই ও চেটিয়া গোহাঁই সুহৃদয়ৰ চৰিত্ৰেষু—

সৌহাৰ্দ্দপূৰ্ব্বক লেখনং কাৰ্য্যঞ্চাগে তোমাৰ দৌলত খুব মঙ্গল, জাহানকে-

বৰ নমিস্ত উপযুক্ত ৺৺ৰে ৰাখতাহো। পৰে তোম্‌ভি আশিস্ আমাৰা, সৰ্ব্বথা চৰবছৰ ওপৰ মাফিক হৈয়া জাহিৰ, তা আসলমে তা হোৱে এখন তোমাৰ একইত দোস্তকে বাৰ্ত্তা হামি-চ ঘেৰ ঘেৰ ও আমাৰ সাথ ভেজিতে ৰহ।

আহলায়াৰ-খাঁৰ বৰবৰুৱালৈ দ্বিতীয় চিঠি

আমিও পূৰ্ব্ব পূৰ্ব্ব ওমৰাওসকলেৰ যে সৌহাৰ্দ্দি অভিমত্ত সেসব খাতিৰ ৰছিদাৰ খোৰমি হৈয়া ৰচিপ-খাঁকে ও মুহুৰ্-খাঁ, দুই জন আঁদ্‌মি তোমাৰ পাচ ভেজিতে আছি। আহনাৰ সঙ্গে জনেক মনুষ্য সুচাৰকৰে গুজাৰ ইঁক; ৰচুলকে পহুছাৰ উচিত ৰহে। এখন কৌলিকে যেহি যেহি প্ৰয়োজন চিত্তকে ওপৰ বাঞ্ছিত চিত্ত সেহি তমাম্ দোভি দলেৰ সীমনা ৰহে। পাহাৰ-শঙ্কাস চুপজ গুদজানিতে ৰাখতাহো। এতেকে তোমাৰ আমাৰ চিত্ত বিকৃতভাৱ নাহি ৰহে। যি কাৰ্য্যত দোপক্ষৰ ৰায়ত গো-ব্ৰাহ্মণে ছৈয়দ সুখি তা খুব গিত ৰহে সেহি ভাৱ উভয় পক্ষাভিৰত কৰ্ত্তব্যতা দ্বাৰেৰ সব গৰজ দিলগিৰ বদকৌলি তাৰত সাবশেষ তোড়কাহে, নাযাতাহো, ফেৰ ওঁ আবৰ সাম্প্ৰত যাতাহে। অতএব তুমি আমাৰ যেখন যি কাৰ্য্য তাগায়ত হুকুম কৰ সেহি ৰূপ অভিলাষ আভিৰত হৈবেক। এত দোস্ত প্ৰীত্যৰ্থ সাৰকাশ ৰহে। আৰ এখন যে লিখিয়াছ লাঁল-খাঁ তোমাৰ নজিক ৰহে। এহিৰূপ ভেদতা তোমাৰ দুৱাৰদাৰেৰ বেটা নামাকুল শক্ৰসেন ও জয়ানন্দ অন্য শত বাৰম্বাৰ জাচুচ কেমত হজুৰ কৰহে, এক হেঙ্গল ছেৰৰাই মিত্ৰ নবাব সে আদমিকো বোকচাৎকো খানা গুস্তেস্ত; তাবেক হৈতে এখন অপৰিতোষ না বিচাৰ কৰ অপৰীয়ামৈত ৺পা চাহাবৰ মলুকেৰ লোকসৱদ্ৰ সাৰকাশ হৈয়াছে। কোনো জনে কাক ৰাখিতে সামৰ্থ ৰহে, আপোন মাফিক ৰহে কৰ্ম্মানুসাৰে, দৌড় চড়ে আমিতো কোন ওক্তকে যাতাহোঁ, নিকস নাজনন্তাহে, আৰ অধিক কি কহিম। হামাৰ চিত্তকে অশন্ত খানিক নাহিবৈ। এথা আৰৰ যেকি বাকাঁত ৰহে তোমাৰ উকিল সনাতন ও শ্ৰীকান্ত সাৱধানে হজুৰ কহিবেক। তুমি আপোন বিচাৰপূৰ্ব্ব দানিস্তমন্দ হোঁতাহেঁ, ইতি, সৰবৰিছ খানি ১৫৬৫, শ্ৰাবণ তেৰিক্ষ ১১।

সন্দেশ,—বানাত ১, পালেঙ্গপোচ ৫, লং ২ সেৰ, জাইফল ১ মোন, চিট ২ খন, হেমশশ ২ খন, বকবাখৰ ৫ সেৰ, চিনি ২ মোন, লোণ ৮ তোম। ৰচিপ্‌-খাঁ, মুঙ্গৰ-খাঁ, দুই উকিলক ৺ত জনাই বৰুৱায়ে বিদায় দিলে বঁটা-বাহন দি। ১০৩॥

এই কথাৰ আগে জাহিনা-যুদ্ধৰ সময়ত ৺পাৎসাৰ চৰকাৰি দিন-মহমদ নাম বঙ্গাল ১টা, ৰচিপ্‌-খাঁ ১, নন্দৰাম-খাঁ ১, এই তিনি প্ৰমুখ্যে ২৩ বঙ্গালৰ বেহনীয়া মানুহ শিঙ্গৰিৰ কোখে গোৰাকুচিগ্ৰামত ভোট, ডফলা সহিতে তাতে কিন্যা-বিকা কৰি আছিল আমাৰ মানুহে সহিতে। আমাৰ মানুহ ১ টাক দ্বন্দ কৰি চুৰি হানি মাৰিলে, গাভৰু নায়কৰ লগৰ ১ টাৰ মূৰ ফালিলে, নকুল লস্কৰ লগৰ এক ঢেকেৰিক কাটিব খুজিলে, পলাই তিনিও এৰাই বৰুৱাৰ ঠাইত গুচৰিলে। বৰুৱায়ে বোলে, "আমাৰ খাণ্ডাৰ চেৰবঙ্গাল দাঁতি-কচড়া সোমাই এৰাইছে পলাই ; সি যে আমাৰ মানুহক এনে কৰে তাক ভোটে কটা ভাৰে তাতে কাটোক ; জগলিকো দিলে লগত, ঢেকেৰিয়ে সহিতে গৈ কাটিলে। তাৰ লগৰ লাল-খাঁ বঙ্গাল পলাই আহ্‌লায়াৰ-খাঁৰ ঠাইক গ'ল। সকলে সমাচাৰ নবাবত কলে। নবাবেও বঙ্গালৰ জমিদাৰ মাচিম-খাঁৰ বেটা ৰচিপ্‌-খাঁ আৰ বাইৰবন্ধৰ বঘুবাই চৌধাৰী, এই দুই জনক পত্ৰ-সন্দেশ সহিতে এই কথাৰ উকিল কৰি পঠালে। ১০৪॥

ভিতৰুৱা কাজিয়া

আহলায়াৰ-খাঁৰ পাচত নবাব খান্ধাৰি আহিল থানা গুৱাহাটীত ১, তাৰ পাচত চৈয়দ-হাচান নবাব ১, তাক খেদি মীৰ্জা-হাচান নবাব হ'ল, সিও ১ বৎসৰ আছিল ১। তাকো খেদি চৈয়দ-হাচান নবাব হল ১, সিও গুৱাহাটীতে মৰিল। তাতো পাচে চৈয়দ-কুটক্‌ নবাব হল। তাকে নাক-কটা হুচনো বোলে ১। তাত পাচে নবাব চৈয়দ-কুতুপ আসিল, সিয়ো ৩ তিনি বৎসৰ ভোগ কৰিলে ১। তাত পাচে চৈয়দ-চালাহ সিয়ো ২ বৎসৰ খাই মৰিল ১। তাত পাচে মীৰ্জা-নাথুলা আহি ৫ বৎসৰ ভোগ কৰিলে। নাথুলায়ে বোলে, "আহ্‌লায়াৰ-খাঁ,

নবাবৰ উকিলৰ বিবাদ

নবাবৰ কাল পৰ্য্যন্তে আমাক অৱধি কৰি প্ৰীতিসে চলিছে এক বিংশতি বৎসৰ। এখন আমিও সেইৰূপে থাকিলেহে ভাল।" এইৰূপে সমালোচন কৰি কলিয়াবৰলৈ মহমদ-খাঁকে, পহলনকে পঠাই দিলে পত্ৰ-সন্দেশ সহিতে। ৺লৈ যিখান লেখিছিলে সি খানত মহমদ-খাঁকেহে লেখিছিল, পহলনক লেখা নাছিল। এই কথাতে মহমদ-খাঁয়ে বোলে, "মইহে পাৎসাৰ উকিল, পহলন যে ইটো নবাবৰ বৰকান্দাৰিহে; মোৰ সমান নহই।" এই কথাতে পহলনক কলিয়াবৰতে ৰাখিলে, গড়গ্ৰামক নেনিলে। পহলনে বোলে, "মই যে সামান্য, মহমদ-খাঁনো কিমান ডাঙ্গৰ?" মহমদ-খাঁয়ে ধোলে, "সত্য কথা কহিলে কিয় জুট বোল।" দুয়ো উকিলৰ দ্বন্দৰ সমাচাৰ ৺ৰ ঠাইত জনালে। পাচে ৺ৰ আজ্ঞায়ে চেটিয়া গোহাঁইয়ে বোলে, "আমাৰ ঠাইত দুয়ো উকিল, তহঁতৰ মুখত যে বিপৰীত শুনা গ'ল ৺ৰ ঠাইক বাপকাটি পত্ৰ ভেজিছে। সিখানক চাহিলে মহমদ-খাঁহে উকিল। পুনৰ্ব্বাৰ পত্ৰত মিত্ৰ নবাবে যদি তোক লেখে মহমদ-খাঁই যিৰূপে ৺ৰ চৰণক সেৱা কৰিলে, তোৰো যদি ভাগ্য থাকে তেখন তইও হাজিৰে সেৱা কৰিবাক পাবি।" এই বুলি বঁটা-বাহন দি আমাৰ পত্ৰ-সন্দেশাদিত উকিল চতুৰ্ভুজ, একাদহক পঠাই দিলে। পাচে নবাবত পহলনে কলেগৈ, বোলে, "তোমাৰ চাকৰ মই, মোক সামান্য বুলি মহমদ-খাঁয়ে গড়গ্ৰামলৈ নেনি আচামৰ আগত সকলে সন্দেহ কহে।" পাচে এই কথাতে থাকি নবাবে বোলে, "একাদহ, চতুৰ্ভুজ! নানান মুকুতা, প্ৰবাল, সুবৰ্ণাদি কৰি গ্ৰন্থি থাকে। সূত্ৰ নাচিঙ্গিলে মণিধাৰ হেন নাম বোলাই, সূত্ৰ চিঙ্গিলে সমস্তে ঠাই ঠাই হই। ৺প্ৰীত-সূত্ৰ মধ্যত আছোঁতে কেমনে এক ভাৱ নাহি?" পাচে আমাৰ একাদহে বোলে, "চাহাব! ৰন্ধন আলিত একতাৰ নিবন্ধে সমস্ত সিদ্ধৰ প্ৰমাণ, চাহাবৰ যে সিদ্ধ-পাত্ৰৰ মধ্যতো যে কোনোটা কেঁচায়ো থাকে; পাৎসাই লোকৰ মগলিফন্দ ইবাৰহে বুজা গেল।" এই সিদ্ধান্ত পাই নবাবে খোচাল হৈ বঁটা-বাহন দি পুনৰ্ব্বাৰ মহমদ-খাঁক পঠাই দিলে দুই কটকীৰ লগত। ১০৫॥

পত্ৰ এই—

শ্ৰীযুত ৺ৰ শ্বশুৰ বৰনবাব গোহাঁইজিউ পৰমহার্দ্দিত চৰিত্ৰেষু—

নিবেদঞ্চ পূৰ্ব্বক লেখনং কাৰ্য্যঞ্চ আৰ মেৰা কুশল, তোমাৰ কুশল, মঙ্গল সদা সাবশেষ চাহি। পৰং তোমাৰ ফৰমান দিদ কৰিতে ও মন জানিলাম আমাৰ অন্তস্কৰণ দোস্ত বহুতেৰা ইস্তাদ হোৱে। অতএব পৰস্পৰে যেমন প্ৰত্য আয়া তেমন কৰিবেক আৰ আমিও তোমাৰে জবাব সন্তুষ্টতা হয় তাবেক কৰিম। এখন আমাৰ নাজিকি ও বিৰাদৰ মহমদ-খাঁ তোমাৰ দহলি জবৰ ফিৰস্তাদ হৈতেসে ও আস্তে তোমাৰ মনুষ্য অনুকূল কৰিয়া তুমিও প্ৰেম-পত্ৰ সহিত ইহানাৰ সঙ্গে প্ৰত্যুত ভেজিবেক। এতেকে পূৰ্ব্বাপৰ মাফিক মৰ্য্যদা ব্যবহাৰ উভয় তৰফেতু না কিছু কমি ৰহিবেক আৰৰ আমিও তোমাৰ একাদহ, চতুৰ্ভুজ, এমৰা দুইজনেৰ সাক্ষাত যি কাৰ্য্যত সোস্টয় সাম্প্ৰত সাহাজিক পাচিবেক। সে কাৰ্য্যৰূপ সাবশেষে জ্ঞাপন্ন কৰিবেক। অধিক কি কহিম। আপুনি বিচাৰপূৰ্ব্বকে খাতিৰ খুচি কৰিবেক। ইতি, সন ১৫৮০।

নবাবৰ চিঠি

সন্দেশ,—তাব ২ মুঠা, সুলতানি ১০ খন, বানত ২ খন, মিশ্ৰ ৩ সেৰ, পালেঙ্গপোচ ৫ খন, স্বফেদ কাঠ ২ সেৰ, লং ১ মোন, জাইফল ২ মোন, চৰবন্ধ কাপৰ ৫ খন ভিন মোনত দিছিলে। এইৰূপে অনেক বাৰ নাথুলা নবাবৰ দিনত উকিল-পত্ৰ গতাগত কৰি প্ৰীতিতে আছিল। ১০৬॥

# সপ্তম আধ্যা।

## হাজোত ফৌজদাৰ মীৰ্জা-নাথুলা।

সেই সময়ত লোকজন মৰিবৰ নিমিত্তে কালৰূপী ৺৺ৰ ইছা হ'ল। দিল্লীত চাজাহাঁ পাৎসা মৰিল, তাৰ বেটা দাৰা-শুক্ৰ পাৎসা হ'ল।

আহোমৰ পাণ্ডু অধিকাৰ

পাচে অৰং-ছায়ে মুৰাদবক্সে আলচি যুদ্ধ কৰি দাৰা-শুক্ৰক মাৰিলে। তাত পাচে খানখানা নবাবলৈ মাত্তি মুৰাদবক্সকো মাৰি পাৎসা হুই তাৰ বৰভাতৃ ছাহ-চুজাক ৰাজ-মহলত ধৰিবলৈ নবাব খানখানাক প্ৰমুখ্যে লোকলস্কৰ পঠালে। সেই বেলা বঙ্গালৰ ভিতৰত আউল দেখি প্ৰাণনাৰাণে বোলে, "ঢেকেৰি উত্তমৰ বেটায় দুলভনাৰাণ নাম কেমনে ললে, নফৰ হুই বৰ নাম লব পায়নেকি? প্ৰাণনাৰাণ ৰাজাৰ মনে নচলে।" এই বুলি তাতে লিপিচ দি তাক ধৰিবলৈ ভবানাথ কাৰ্জিক গুৱাহাটীলৈ পঠালে। দুলভনাৰাণেও এই কথা জানি দৰঙ্গলৈ পলাই আহি জয়ধ্বজ মহাৰাজত শৰণাপন্ন হ'লহি। এই কথা গুৱাহাটীৰ নবাব নাথুলায়ে জানি তাৰ বেটা জাকুলাক গুৱাহাটীৰ পৰা মহখুলিত ভবানাথ কাৰ্জিয়েৰে যুদ্ধক লাগি পঠালে। পাচে যুদ্ধ ভঙ্গ খাই পুনৰ্ব্বাৰ গুৱাহাটীকে আহিল। তাত পাচে ভবানাথ কাৰ্জি হাজো পালেহি। পাচে মীৰ্জা-নাথুলায়ে ভবানাথ কাৰ্জিক আগ ভেটি যুদ্ধ দিলে। বলে নোৱাৰি নাথুলা নবাব ভঙ্গ হুই পলাই গুৱাহাটীকে আহিল। সেই সময়ত টংচু সন্দিকৈয়ে আপোনাৰ মানুহ আহা যোৱা কৰিবলৈ কলঙ্গত দলং বান্ধিলে। আৰু দুলভনাৰাণে বৰুৱাবোৰৰ ঠাইক আহোতে তাক ৰাখিবাক প্ৰতি নাৱ-নাৱৰা তিয়াৰ কৰি নাৱত হিলৈ বান্ধি অস্ত্ৰে-শস্ত্ৰে আগ বাঢ়ি ৰহিল। তাক দেখি মীৰ্জা-নাথুলা মহাভয় হল, বোলে, "পচিমেও ভবানাথ কাৰ্জিয়ে বেঁৰিছে, পূবে দেখো আচামে নাৱ-নাৱৰীয়া তিয়াৰ কৰি দলং বান্ধে, আমাকেহে ধৰিবাক ইছা কৰে, আমি অল্প সন্যেৰে আছোঁ, কেমনে দুয়োদিকি আটিম?" এই বুলি মনে গুণি মীৰ্জা-নাথুলা ৰাতি ভাগি পলাল। পাচে প্ৰভাতে

গুৱাহাটী পাণ্ডু-শৰাইঘাট আহোমে ললেগৈ সেনাপতি টংচু সন্দিকৈ সহিতে; শক ১৫৮০, মাস ফাল্গুন, ১৫ দিন গতে। ঘোঁৰা পালে ১৪০, বৰকামান হিলৈ ৪০, খুদ্ৰ হিলৈ ৪০০, আৰু পাৎসাৰ ভণ্ডাৰৰ যত বস্তুজাত আছিল সমস্তে পালে; ফাল্গুন মাস, ১৫৮০। ১০৭॥

পাচে পাণ্ডু-শৰাইঘাটত বৰফুকনে পিকচাই চেটিয়ায়ে থাকিল। টংচু সন্দিকৈ লাপেতি ফুকন প্ৰমুখ্যে বৰুৱাবোৰে চেঁচাত গড় বান্ধি ৰহিল। ভবানাথ কাৰ্জিও হাজোত ৰহিল। সেই সময়ত

জয়নাৰায়ণ ৰজা।

প্ৰাণনাৰাণে চকৰপাণি খাণ্ডাধৰাক ৺দেৱৰ ঠাইলৈ পঠাই দিলে, বোলে, "মহাৰাজা লৌক দক্ষিণকোল, মই লওঁ উত্তৰকোল, তোমাৰ লোক আমাৰ লোকে এক ঠাই হুই থাকিলে বঙ্গালে কি কৰিব পাৰে?" এই কথা ৺এ নামানি কটকীক আহিব নিদি বৰুৱাবোৰক ফিৰাই পঠাব দিলে। তাত পাচে প্ৰাণনাৰাণ ৰাজাৰ ভবানাথ কাৰ্জিয়ে আহোমক যুদ্ধ দিলে গুৱাহাটীক লৈবাক প্ৰতি। আচামৰ ভোবোলা বৰুৱা পৰিল, আৰু বাৰুৱতা ২টা পৰিল। তাত পাচে ৭ দিনৰ অন্তৰে ভবানাথ কাৰ্জিও যুদ্ধে নোৱাৰি ভাগি গৈ চম্পাগুৰিত ৰহিল; চন্দ্ৰনাৰাণকে চিৰাম কোঁৱৰকে থৈ বেহাৰক গ'ল। আচামৰ লোকে হৰিডেকাৰ বেটা প্ৰমুখ্যে মদতিত ৰহিলগৈ; বৈশাখ মাস, শক ১৫৮১। সেইবেলা ৺এ টংচু সন্দিকৈক দায় ধৰিলে, বোলে "বঙ্গাল যে ভাগি গ'ল তাক কিয় গৈ নধৰিলে, আৰু বঙ্গালৰ বস্তুজাত মইহে পাব লাগে, সিহঁতে কিয় ললে?" এই বুলি টংচু সন্দিকৈক, দুৱৰা গোহাঁইৰ পুতেকক, সদায় ডেকাক, কৌপতীয়াক, এইসকলক গড়গাঁৱলৈ আনি ৰজাহাতত লোৰা দি থলে। চতুৰ্ভুজ কটকীকে একাদহকে বোলে, "বঙ্গালৰ ঠাইত যে আছিলি বঙ্গাল যে ভাগি গল আৰু জানি বৰুৱাবোৰত নকলি কিয়, আৰু বাঙ্গালক দক্ষিণকোললৈ পাৰ কৰিলি কিয়?" এই বুলি দুইৰো এগোটা চৈক্ষ কাটিলে, সুৱাও চলিলে। তদন্তৰে আচামৰ এফৈদ লোক কালিয়াবৰত ৰহিলগৈ। সেই সময়তে বৰদুৱৈনীয়াৰ চন্দ্ৰনাৰাণৰ বেটা জয়নাৰাণ কোঁৱৰে বঙ্গালৰ পৰা আহি জয়ধ্বজ মহাৰাজাত শৰণাপন্ন

হলহি। ৬ও তাক বৰজনা আইকুঁৱৰীৰ হাতে বিয়া দি বিস্তৰ বস্তু দিলে। আৰু তাৰ মাথাত পাৰ দিয়া কামৰূপৰ ৰাজা পাতিলে; শক ১৫৮১। ১০৮॥

পাচে বাদুলি ফুকন প্ৰমুখ্যে চম্পাগুৰিৰ গড় মাৰি মাৰিলে, চন্দ্ৰনাৰাণ পৰিল। লাপেতি ফুকন, ফুলবৰুৱা ফুকন প্ৰমুখ্যে নাৱে গৈ বিজয়পুৰৰ গড় মাৰিলেগৈ। তাত পাচে তামুলী-দলৈৰ পুতেকে নাৱে গৈ সোণকোহ পাৰ হই গুলি মাৰি পুনৰ্ব্বাৰ বিজয়পুৰকে আহিল। পাচে জয়নাৰাণ ৰজাক প্ৰতি আচামৰ লোক পাণ্ডু-শৰাইঘাটলৈ আহিল; আশ্বিন মাস, শক ১৫৮১। ১০৯॥

পাণ্ডু-শৰাইত আহোম

ফাল্গুন মাস পুনৰ ভবানাথ কাৰ্জি আহি মানাহা সীমা কৰি ৰহিলহি। পাচে জয়নাৰাণে বোলে, "তোমাৰ লোক মানাহা পাৰ হব নালাগে, বৰদেউনীয়াক মই মিলাই দিম।" পাচে মিলাব নোৱাৰিলে; সিপাৰৰ 'পৰা তিনি দিন গুলি মৰামৰি কৰি পুনৰ্ব্বাৰ চৈত্ৰ মাস বেহাৰক গ'ল। এই কথা ৬ৰে শুনি বোলে, "বৰদেউনীয়া যে ভাগি গ'ল তাৰ পাচে বৰুৱাবোৰে ভাগি নগ'ল কিয়?" এই বুলি লাংখটকীয়া বৰুৱা, চিৰৈবৰা, এই দুই নেওগক গাৰিসৰ সজাত ভৰাই আনিব দিলে। জয়নাৰাণকো দায় ধৰিলে বোলে, "সি যে বৰদেউনীয়াক বৰায়ী দেওঁ বুলি কিয় নোৱাৰিলে?" বৰফুকনেও তাৰ তামুলী অটা কাটিলে এই কথাতে। ১৫৮১ শকত চৈত্ৰে পাঞ্চৰতনৰ পৰা হাৰাম-খোৰ হুই জয়নাৰাণ পলাই গল। ১৫৮২ শক, মাস বৈশাখ, বাদুলি ফুকন, দিহিঙ্গীয়া লাপেতি ফুকন, ফুলবৰুৱা প্ৰমুখ্যে হাতীচলা, বাৰীতলা মাৰিলেগৈ। বৰফুকন পিকচাই চেটিয়া বালিত থাকি কামৰূপৰ যত ঢেকেৰি আছিল সবাকে সকসোণকোহ পৰ্য্যন্ত ডকাই আনিলে। সেই সময়ৰ পৰা ডেৰ বৎসৰ ঢেকেৰি ৰাইজ্য হাবি হৈ আছিল। আৰু সেই সময়ত ৬ৰে কাৰ্য্যৰ বিসঙ্গতি হব হেন জানি ছাস্তা-খাঁৰ ঠাই উকিল পঠাবৰ মনে চাংমেল হুই ডাঙ্গৰীয়াসকলত পুছিলে, বোলে, "ঢকাৰ নবাবে যে আমাৰে সমান পত্ৰ লেখে লেখিব পাইনক্কি?" পাচে ফুকন বৰুৱা সকলেৰে সমস্তেয়ো অনুমোদন কৰিলে, বোলে, "৬ৰে যি বুলিছে উত্তমহে বুলিছে। উদয়গিৰি

বিষয়াৰ শাস্তি

স্বৰ্গৰাজা, অস্তগিৰি দিল্লীশ্বৰ, এই দুই জন হৈ গৰিষ্ট ব্যৱহাৰ সমান লেখন উচিত হই, ঢকাৰ নবাবতো ৺ৰ বন্দী বৰুৱা ফুকনৰহে যোগ্য।" তাত পাচে সনাতন, মাধচৰণ, দুই কটকীত সুধিলে, দুই কটকীয়ো সেই-ৰূপে কলে। পাচে ৺ও খং হুই মেল ভাঙ্গি দুয়ো কটকীক বন্দী কৰি থব দিলে। পাচে পুনৰ্ব্বাৰ চাৰি দণ্ড মাৰিলত পৰীয়া বহাৰ পৰা সনাতন, মাধচৰণ, দুই কটকীক ভিতৰক নি ৺ৰে বোলে, "কটকী হুই, তইঁতে যুক্তিপৰ কথা মোত কিয় নকলি?" পাচে দুই কটকীয়ে বোলে, "আমি দুই বন্দীয়ে ৺দেৱৰ আগত মাতিব পাৰোঁনেকি? ৺দেৱৰ তেজ-শক্তি স্বৰূপত তিনিজনা ডাঙ্গৰীয়া, বিশেষত বৰবৰুৱা, বৰফুকন ৺ৰ দুই বাহু, নবৰত্নৰ সদৃশ আঁনো ফায়-ফুকন বন্দী-বেটা অনেকো ৺ৰ সভাত আছিতে আমি দুই বন্দীয়ে একো নামাতিলোঁ; হাতী-যাহী, ঘোঁৰা-যাহীৰ লগৰ মানুহ আমাৰ কথাত ৰয়, আৰু ৺ৰে যিৰূপে সুধিলে সেইৰূপে কলোঁ।" ১১০ ॥

পাচে ৺ৰে দুই কটকীক বোলে, "তাৰ দেশ-লোকজন চামানক চাহিলে আমাৰনো কোনৰূপে বঢ়া হব? যি কৈছ ঢকাৰ নবাবেৰে ফুকন বৰুৱাহে সমান হৈন, ইটো অযোগ্য।" পাচে দুই কটকীয়ে বোলে, "৺ৰ ছেং-তলত মৰা বন্দী মেলৰ মাজত যে তাৰ উন্নতিক কহিম ৺ৰ বন্দী-বেটা আনো লোক আছে। সেই-সকলৰ উৎসাহ শক্তি শুনিলে কিৰূপে বাঢ়িব, এতেকেহে সেইৰূপে কলোঁ। বিশেষত ৺দেওনো কাৰ অধীন ঈশ্বৰে কৰিছে? আপোনাৰ ৰহস্য বুজাত ৺ৰে যি বুজিছে কথাও সেইহে।" আৰু সেই সময়ত ৺ৰে বোলে, "শুনিছোঁ অৰং-চা পাৎসা হৈ মুৰাদবক্স, দাৰাৎ-চাহক মাৰি তাৰ বৰ ভাই চাহ-চুজাক খেদি গোলকুণ্ডাৰ পৰা এক জৱোৱাল নবাবক সেই চামানে পাৎসা আজ্ঞা কৰিছে, বোলে, 'কোঁচবেহাৰ আৰ আচাম মলুক তই যাই চাফ কৰি দে।' মীৰ্জা-হানাৰ বেটায়ে বোলে, 'ভাল সেই ৰাজ্য চাফ কৰি দেওঁগা।' আৰ শুনিছোঁ চাস্তা-খাঁৰ ঠাই পাৎসা ঢুকি আহিবাক বুলিছে। এতেকে আমাৰ উকিল-পত্ৰ চাস্তা-খাঁৰ ঠাই গালে সকল

চাস্তা-খাঁলৈ কটক।

সমাচাৰ সি ঠাইৰ বুজা যাব। আগেও ছাস্তা-খাঁৰ ঠাই প্ৰীতি-সূত্ৰ ৰহিছে।” আৰু ৺ৰে বোলে, “যি সময় অৰং-ছায়ে দাৰাৎ-ছাহক খেদি যাবাক লোক-লস্কৰ পঠাই দিলে সেই সময়ত অৰং-ছায়ে বোলে, ‘বাবাক গোৰ দি তক্তত নবহোঁ মানে ভণ্ডাৰৰ টকা খৰচ কৰিব নাপায়। কিৰূপে চিপাহী-লোকক ৰাখিম?’ পাচে এই কথা মীৰ্জা-মূলায়ে শুনি ৬,০০০ সোণৰ মোহৰ দি পঠালে অৰঙ্গজেবৰ ঠাই, অৰং-ছায়ো খৰচ দি আগ কৰি চিপাহী-লোকক পঠাই দিলে দাৰাৎ-ছাহক লাগি। পাৎসা হৈ বিদেশী মোহৰ কিৰূপে ললে? এতেকে কাৰ্য্যৰ বলাবল বুজি হীনেৰেও সময়ত কৰ্ম্ম কৰি, সিতো পাৎসাৰ সম্বন্ধি, তাক কোনে হীন বোলে।” এইৰূপে সমালোচন কৰি শ্ৰীশ্ৰীজয়ধ্বজসিংহ মহাৰাজায়ে ছাস্তা-খাঁৰ ঠাই সনাতন, মাধচৰণ, দুই কটকীক পঠাই দিলে পত্ৰ-সন্দেশ সহিতে। হস্তিদন্ত ১৪টা, গান্ধ ২৭টা, কলীয়া চামৰ ২০টা, মৰিচ ৬০ সেৰ, খৰগ ২টা, সোণৰ মলমকৰা কটাৰী দুখন, সোণৰ মোহৰ ৬০ কুৰি, আৰ সুখ সমাচাৰেও শিখাই বুজাই পঠালে। ১১১॥

কটকীৰ সমালোচনা

পাচে দুই কটকীয়ে ৺দেৱৰ ঠাইৰ পৰা আহি কলিয়াবৰত ১০ দিন আছিল। ছাহবুৰুজত ৫ দিন, তাৰ পৰা হাজোত ২ ৰাতি, তাৰ পৰা কুকুৰাকুচিত ৩ ৰাতি, তাৰ পৰা মানাহামুখত ৩ ৰাতি, তাৰ পৰা ৰঙ্গামাটিত ২ ৰাতি, তাৰ পৰা চান্দ্ৰায় চৌধাৰীৰ বিলাতত ২ ৰাতি, তাৰ পৰা ভেৰপুৰত ২ ৰাতি, দগধকাত ২ ৰাতি, তাৰ পৰা লখীয়াৰ সোঁতায়ে সোমাই ১ ৰাতি, ডেমেৰাত ১ ৰাতি, নাৰাণদিয়াত ১ দিন। পাচে তাৰ পৰা বগচৰিয়া নিলেহি ২টা তুৰুকি ঘোঁৰাৰে। ৰোজ-দেৱানত বহি পাৎসাহী কাৰ্য্য কাম সোধ-পোছ কৰোঁতে নবাবৰ হজুৰ কৰিলেনি। পাচে দুই কটকীয়ে দলিচাৰ ওপৰত হাত যোৰ কৰি ৰহিল। পাচে নবাবৰ আদেশে মুৰাৰিধৰে পত্ৰ মাতি শুনালে। পত্ৰ শুনি বচন-সমাচাৰ কব দিলে। পাচে দুই কটকীয়ে কলে, বোলে, “পাৎসা শুনিছোঁ ছাস্তা-খাঁৰ বচন নাৰালে, এতেকে দুয়ো ঠাইৰ প্ৰীতি হৈ যদি

ৰহিল, দুয়োদলৰ গো-ব্ৰাহ্মণ সুখে ৰহিব।” আৰু বোলে, “ছাস্তা-খাঁও সামান্য নহয়। জন্মাবধি পঞ্চ-হাজাৰী নবাব, সকল কথা-বাৰ্ত্তা ছাস্তা-খাঁ পাৎসাৰ ঠাই জনাব পাৰে। আৰু অতি পূৰ্ব্বে তোমাৰ যে ৰাজা সত্ৰাজিত আমাৰ ঠাই বৰফুকন সহিতে যিৰূপ প্ৰীতি হৈ আছিল তদনুপ্ৰীতিৰহে নবাব আহ্লায়াৰ-খাঁ শ্ৰীযুত বৰবৰুৱাৰ চাতে তদধি হৈল। ইদানীক তোমাৰ হাৰ্দ্দসৌগন্ধ আমাৰ চাতে যেমন ৰাখে আৰ আমাৰ সল্লাহ যিৰূপ তোমাৰ নজিক বাচে, যে কৰ্ম্মে প্ৰীতিৰ বীজ বাদ্ধতা হৈয়া পুষ্পিত ফলবিত হইবে, এতেকে কাৰ্য্য উভয়থা হামেচা কৰ্ত্তব্য ইদানীক।” আৰ বোলে, “আমি দুই পাৎসাৰ সমস্ত কালে প্ৰীতিতে গৈছে, এখন ঢেকেৰিয়ে মাজত কন্দল কৰায়া গুৱাহাটীৰ পৰা খেদাই।” এই কথাকে মীৰ্জা-নাথুলাও কলে, বোলে, “হয়, মোক ভবানাথ কাজিয়ে গুৱাহাটাৰ পৰা ভয় দেখাই পঠালে।” এইৰূপে সুখ-সমাচাৰ ছাস্তা-খাঁত কলে। পাচে ছাস্তা-খাঁও পাৎসা দিয়া নাম কেশোৰ-খাঁ পুতেকক বোলে, “৺কে দোনা উকিলকো বক্সিচ্ পহৰায়ো।” পাচে আগৰ নাম মীৰ্জা-দুখী পুতেকে ছাস্তা-খাঁৰ আজ্ঞায়ে সুলতানী তাবৰ জামা ২টা, সোণৰ দহিয়েৰে শুক্ৰ পাগ ২টা, কলীয়া পটুকা সোণৰ ফুলেৰে ২ গছ, ইজাৰ সহিতে ২ খন পামক, বিচিত্ৰ সোণোৱালা পটি ২ গছ, দুই কটকীৰ পাটৰ বচোৱাল, কঁৰায়া সোলোকাই কাণত জেঠাৰ ডিমাৰ মান মুকুতা, সুবৰ্ণৰ ৰজ্জু, প্ৰৱাল সহিতে কৰ্ণভূষণ কৰিলে। সিদিনা আন একো বঢ়া বচন কথা ছাস্তা-খাঁ নবাবে দুই উকিলত নুসুধিলে আৰু বোলে, “ৰায়-নন্দলাল দেৱানৰ বাসা দিয়োক নি।” ৰায়-নন্দলাল দেৱানৰ ঠাই ৭ দিন আছিল। ৰোজ এগোটাকে ১০ ৰুপিয়া পকা কৰি দিছিলে দুই উকিলক নিতে। লগৰ মানুহক নিতে একোটাকে ৫ ৰুপিয়া কৰি দিছিলে। ১১২॥

আৰ নবাবৰ নিয়ম এই,—বিহানে নেমাজ কৰি বহে, সেই সময়ত স্ত্ৰী-কাকতী ওৱাকানবিচ ভিতৰৰ নবাবৰ হাস্য-পৰিহাস্য তাকে লেখি থয়, তাকে শুনায়, তাৰ সিদ্ধান্ত অনুক্ৰমে দিয়া খিলৰত খানাত বহেহি। চাৰি দণ্ড দাতোৱান কৰি মুখ ধুই ওজু কৰে। পীচে পীৰ-ফকিৰক খানা খাব দি

আপুনি ভোজন কৰে যাই। সেই প্ৰস্তুতত আমাৰ দুই কটকীক অভ্যান্তক নি অনেক কথা-বাৰ্ত্তা হৈছিল। সেই সময়ত ছাস্তা-খাঁ নবাবে বোলে, "সনাতন, মাধচৰণ, তোমাৰি ৬ৰাজা আৰ ভাই বৰনবাব প্ৰীতি-বাঞ্ছা হুয়া আছে। আমাৰি অৰং-ছা পাৎসা আপোনাৰ ভাতৃসকলক জব্দ কৰি অৰং-ছা পাৎসা হয়া আছে। অৰং-ছাৰ মান কূটস্থ কোনো পাৎসা নাহি, বৰ ৰাজ্যলুব্ধী পাৎসা, আৰ বিশেষতঃ শুনি আছোঁ, আচমমলুক আৰ কোঁচবেহাৰ চাফ কৰি দিবাক খানখানাক পাৎসাৰ আজ্ঞা হৈছে। সি যেখন তোমাৰ সমুখে যাই, তেখন তোমাৰা অনেক তাৰ ঠাঁই সুপাৰিচ কৰিছ, কৰিবাক লাগে, তেবেসে দুই দলৰ গো-ব্ৰাহ্মণ সুখে ৰহে। যিৰূপে খানখানা ফিৰে সেৰূপ কৰিবা। খানখানা জৱোৱাল নবাব, ভাল মন্দ কিছুকো নাজানে।" পাচে আমাৰ মাধচৰণে বোলে, "চাহাবে যি বুলিছে, সিটো এমতহে হয়। পূৰ্ব্বে ৰাজা যুধিষ্ঠিৰক পাঞ্চ ভাই ভাৰ্য্যা সহিতে কূট-মন্ত্ৰণা কৰি ৰাজ্য-সম্পত্তি চুৰিয়া লৈলেক দুৰ্য্যোধনাদি সকলে, তত্ৰাপি কালচক্ৰৰ গতিৰ দ্বাৰায়ে যুধিষ্ঠিৰেহে চক্ৰবৰ্ত্তী ধৰণীমণ্ডলীৰ ৰায়ৰাজেশ্বৰ হৈ ৰহিল। দুৰ্য্যোধনাদিৰ কূট-মন্ত্ৰণা আপোনাৰ লগতহে গ'ল, যশ-ধৰ্ম্ম কিছু নৰহিল। এতেকে লোভ কৰিব নাপায়। ঈশ্বৰে যাক দিয়ে সেইহে পায়। আৰু চাহাবে যে বোলে, খানখানা জৱোৱাল নবাব, ভাল মন্দ কিছু নাজানে। যাই বৰলোক হৈয়া ভাল মন্দ নজৰ নাহি কৰে, তবে সিটো মৰ্দ্দ-চাতে কেমনে সুপাৰিচ ৰহে। সিটো জৱোৱাল নাহি হয়, নামৰ্দ্দ হোৱে।" আৰু পাচে ছাস্তা-খাঁ বোলে, "হা হা উকিল, যেখত্তো খানখানা আমাৰ চাতে আইসে, তেখত্তো খোদাই যে হুকুম কৰে, পাৎসাতো হুকুম এখন খানখানাৰ ওপৰত চৰিছে।" এইৰূপে অনেক কথা-বাৰ্ত্তা হৈ আছোঁতে সেই সময়ত ছাস্তা-খাঁ সানেকিত খানা খাইছোঁতে বোলে, "সনাতন, মাধচৰণ, তোমাৰি স্বৰ্গৰাজা অতনা খানা খায়?" তাৰ অবশেষ যি সানেকিত আছে, তাতে হাতেৰে চাপৰ মাৰি দেখালে। ১১৩॥

ছাস্তা-খাঁৰ উত্তৰ

নবাবৰ বচন শুনি মাধচৰণে বোলে, "চাহাব স্ব৺ য'ত খানা খায় তাক আমাৰ নজৰ কৰিবাক নাহি পায়। ৺ খানা খাইছোঁতে যে• বৰগোহাঁই আৰু বুঢ়াগোহাঁই আৰ বৰপাত্ৰ-গোহাঁই বৰবৰুৱা, বৰফুকন যাক বৰনবাব বোলে, আৰ ফা-ফুকন ৰাজখোৱা, এইসকল সহিতে অভ্যান্তৰত ৺ৰে সুবৰ্ণৰ সিংহাসনত যাক যিৰূপ সুবৰ্ণৰ ৰজতৰ স্থালত ক্ৰমে খানা দেয়, সেইসকল সহিতে ৺ৰে সুবৰ্ণৰ স্থালত খানা খায়, যাৰ নাম মাইহাঙ্গ বুলি প্ৰসিধ কহে। কিন্তু চাহেবৰ সানেকিত যতমান ৰহিছে অতমান খানা ৺এ হেঙ্গলকো বাহিৰাৱে; চাহেবৰ সানেকিত যতমান খানা দিছিল, হেঙ্গলেও আৰু অদ্ধমান খাই আকেহে আমি দেখোঁ।" পাচে ছাস্তা-খাঁয়ে নিকত্তৰ হৈ বৰ প্ৰশংসা কৰি ৰূপুৱালী জামাৰে কাপোৰ ২ যোৰ, সোণৰ পটিয়েৰে, দুই কটকীক দুই শকৈ ৪০০ ৰূপ দি বিদায় দিলে। আন মানুহ লৈ ১০০ শ ৫ খন ভাৰী নাৱেৰে, লগত গৈছিল আমাৰ ২ কটকী ২ খন চৰাত, বাচক নাৱেৰে বঙ্গালৰ কটকী বৈশাখ মাস পালেহি পত্ৰ-সন্দেশ সহিতে।..পাচে গুৱাহাটীত ৰাজাৰ শ্বশুৰ বৰফুকনে ধাৰাণে তুলিলে। ১১৪॥

অসমীয়া কটকীৰ বিদায়

পত্ৰ এই—

স্বস্তি মহামহিম ৺ৰাজাকে শ্বশুৰ ভাই বৰনবাবক প্ৰতি—

লেখনং কাৰ্য্যঞ্চাগে তোমাৰ এনায়ত মেহৰজুদ নামাসহিত তোমাৰ উকিল সনাতন ও মাধবচৰণ আপোন কৰ্ম্মাইত এখানে আগৰ তাগায়ত বগচায়াল পহুছিলে আমিও পৰম সম্মাইত ভাব হৈয়া ইয়াদ্ হকিকত্ পৰং সাদৰে পুকচিদাম, আৰ তুমিও আমাৰ কাৰণ হাস্তম ৮ আচফি সন্দেশ ভেজিছিলা, আমাৰ তোমাৰ প্ৰীতি, ইয়াত আচফিৰ কি কাৰ্য্য? আমাৰ কামৰূপ কোঁচনকে ৰায়াত সব উজাৰ, তুমিতো আপোন মলুকে দাইল কৰ্কে বস্তুবুদন্ ইসো আস্তে। শ্ৰীশ্ৰীযুত আলাম পাংলা চাহেবকে আহুলদিল পুৰখাস্মাপাদ আকায়দ চিত্তাপ হুকুম কে বাৰাজ। আকিলাস্থ শ্ৰীযুত ৺ৰাজাৰ শ্বশুৰ

বৰফুকনলৈ ছাস্তা-খাঁৰ চিঠি

বৰনবাবকে একবাৰ গিঁও বৰকৰ্দ্দন আচামকে ৰায়ত। বায়-বৰুয়া ফুকন তামাম সজিয়ান চ্যৰদস্তন ৰাজাকে শ্বশুৰ-বৰনবাবত ও বিবৈ ইকাৰ সিস্ত ইস্কো হুকুম হোৰেহাল, আৰু তুমি কুলিয়াছ ঢেকেৰিহে তোমাৰ আমাৰ মধ্যে আজাব দেই, থানা বিগাৰকৰে, আমিতো দিল নাজান্তাহে, এমনতো বাৰম্বাৰ জবাব লেখি আছ। আমিতো আহাল নামে দাসী আৰ তোমাৰ নিমিত্ত সন্দেশ দোজন উকিলৰ হাতে পাঠাইতেছি। আৰ ৰাইবাৰ কৰ্ম্ম মাফিক সমাজি লৈবেন; ওঁ গাৰে ৭০০ ৰূপয়া পঠাইছিলা সন্দেশীয়া গুণা-গাড়ী আনো উপায়ন বকচিয়া, কিন্তু যদি এখন তোমাৰ ৺ কৰ্ম্মাই হৈয়া তবে গডাই পাঠাইবেন, কি কাৰ্য্য ছিল, তোমাৰ ও আমাৰ, ৰূপয়া দুই নাহয়, ৭০০ ৰূপয়া উপায়ন তাৰ বানছায়া লৈবেন। ও এখন আমীৰোল-উমৰাও মীৰ্জা-হেনাৰ বেটা মীৰ্জা-মূলা নবাব তাগায়ত আচম মহিম্‌কে মঞ্জিল-বমঞ্জিল চুদওৰাহ চৰে; আৰ তুমিয়ো একলাসবাতে আপোন খাতিৰ জমা ৰাখিবা। এই নস্ত সব যেমত নহাদিদ্ দিলগীৰ চোৰযায়ে, এমত জুথাৰেত, তোমাৰ আমাৰ মধ্যে লোকজনৰ আজাৰ বন্ধক চনা তাৰিখ নৰাখ, অল্লজদ্রে সব আজাব দূৰ পিৰে পাচ আবৰদ এ সব নচিয়ত তামাম দিল কুচিয়াৰা চাদ। পত্ৰ শুনি বোলে, "পত্ৰত যে উকিলক নেলেখিলে কাৰণ কি?" এই বুলি ৺লৈ জনালে।

তাৰ অনা সন্দেশ,—বানাত ৪ খন, তাব ২ মুঠা, লং ৭ সেৰ, কমৰবান্ধ ৭ গজ, শক ১৫৮২। ১১৫॥

পাচে মহাৰাজাও ছাস্তা-খাঁৰ ঠাইৰ কথা-বাৰ্ত্তা শুনি বিধাৰণ দেখি বঁটা-বাহন দি জালাল-খাঁক ওলটাই পঠাই দিলে। তাত পাচে ৺ৰে তিনিজনা গোহাঁই প্ৰমুখ্যে বৰুৱা ফুকন ৰাজখোৱা হাজৰিকীয়াটো প্ৰযত্নে আপোনাৰ যাৰ যি ডাগি সেই সেই ৰূপে কাণ্ড কাঠী ধনুখন ভালৰূপে মৰাব, দুয়ো বেলা অভ্যাস কৰিব দিলে, আৰ হিলৈদাৰী, বাৰুৰতী এইসকল প্ৰমুখ্যে আনো অস্ত্ৰ-শস্ত্ৰ অভ্যাস কৰালে। ৺ও ৰূপৰ কেৰু বস্ত্ৰ কৰি অনেকৰূপে দিয়ো প্ৰজাৰ

অসমীয়া সৈন্যৰ কাৱাজ

মন বঢ়াই ৰং-তামচা কৰি চাই প্ৰজাৰ মধ্যত দোলায়েৰে ফুৰি থাকে। এইৰূপ অনেক প্ৰকাৰ কৰি ডা-ডাঙ্গৰীয়াসকলৰ ঠাইতো চা-চৰিয়া দি অনেক প্ৰবন্ধে দণ্ডি কৰিও শিখাইছিলে। আৰ কাল ঈশ্বৰৰ ইছায়ে লোকজনৰ দুখৰ কাৰণে অনেক অদ্ভুত মিলিল। দিগচুঙ্গীয়া মেধিৰ ঘৰত পাঞ্চ বালক জন্মিল এক স্ত্ৰীত। আৰু ৺দেৰৰ গড়-কোখত অনেক শৃকাল বলি হৈ অনেক মনুষ্য কামুৰিলে। আৰ ৺ও কাঠৰ তৰোৱাল সাজি, ধনুত ফৰিঙ্গা দি হিলৈত গুলি নিদি বৰঘাটত আপোনাৰ লোকেৰে ৰং কৰি বঙ্গাল পাতি ৰণ কৰালে; শক ১৫৮২। নিশা ১০ দণ্ড গতে দেৱৰগাওঁৰ মহাদেবৰ ঘৰত হস্তী, ঘোঁৰা, মানুহ ওলাল, সকলে দেখিলে। ৺ৰে শুনি এক কৌটি হোম দান কৰালে। ২০০ ৰাজমাৰ মৃত্যু। ১১৬॥

তাত পাচে খানখানা নবাবে চাৰি কুৰি হাজাৰ চিপাঁহী সহিতে আৰু অনেক নবাবসকলেৰে চুজাকৈ খেদি বিচাৰি নাপাই, পাৎসাৰ আজ্ঞায়ে ঢুকিলে চাস্তা-খাঁৰ ঠাই। ছাস্তা-খাঁয়ো সকল সমাচাৰ কলে। পাচে খানখানা নবাবে চাস্তা-খাঁৰ ঠাই অপমান পাই ঢকাত ৰহি লালোৰা, হৰাম, দুই কটকীক

আহোম বঙ্গালৰ কটকীৰে কথা-বাৰ্ত্তা

পঠালে, বোলে, "আমাৰ হাতীচলা, বৰাতলা, গুৱাহাটা সিবোৰে কেমনে মাৰে? যদি হাতীচলা, বৰাতলা, গুৱাহাটা সিবোৰে এৰি যায় তেবে গো-ব্ৰাহ্মণ, নৰ-নাৰী, প্ৰজাৰ কুশল হুই। যদি চাৰি নিদিয়ে, এই সমস্তৰ বধভাগী সেই সবে হব।" এই বুলি দুই কটকীক পঠাইলে। দুই উকিলো আহি লাপেতি-ফুকন, বাদুলি ফুকনৰ ঠাই পালেহি। তৈতে দুই কটকীক ৰাখি বৰফুকনলৈ জনালে। পাচে বৰফুকনেও ৺লৈ জনালে। ৺ৰ আজ্ঞায়ে বৰফুকনে এই বুলি বিদায় দিলে। পাচে লাপেতি-ফুকনেও লালোৰা, হৰাম, দুই কটকীক তুলি বোলে, "ঐ লালোৰা, হৰাম, তইঁতকৈ গো-ব্ৰাহ্মণ ৰাইজ্যৰ কাৰণ যি কৈছিল ই কথা আমাৰ ঠাই কব নাপাই, বৰদেউনীয়াতহে কব পাই। আমি বৰদেউনীয়াকহে মাৰি লৈছোঁ। তাগ্ৰিৰ আমাৰ কন্দল নাই, প্ৰীতিহেহে আছোঁ।" এই বুলি তাৰ লগে দুটা ভাল মানুহ দি বিদায় দিলে। পাচে লালোৰা,

হৰাম, ডুই উকিলো গৈ নবাবত জনালত নবাবে বোলে, "আচামৰ ডুই আদমিক পঠাই দে," এই বুলি। "ভাল, এখেতো আমি মহিমক যাওঁ, বৰদেউনীয়া চাফ হলে, ইহাৰ খবৰ পাবি।" এই বুলি পঠাই দিলে। পুনৰ্ব্বাৰ বৰদেউনীয়াক মাৰি লালোৱা, হৰাম, ডুই কটকীক পঠাই বোলে পত্ৰ সহিতে, বোলে, "এখন বৰদেউনীয়া চাফ হ'ল। আমাৰ হাতীচলা, বৰীতলা, গুৱাহাটা এৰি দিওঁক।" এই কথা লাপেতি ফুকনে বৰফুকনলৈ জনাই তুলিলে। ১১৭ ॥

পত্ৰ এই—

স্বস্তি সকলমঙ্গলাগাৰ শ্ৰীশ্ৰীযুত দিল্লীশ্বৰ পাৎসাকে নাৰচাৰাল
জিয়াদা হুকুম আওৰাদস্ত চৰবাচ কমৰ বস্তম,

এক আয়মাকো মহকুমকৰ্দ্দ শ্ৰীযুত খানখানা চিপহচালা আমীৰোল-উমৰাও নবাব অজৰোই, ওমৰ-কৰিব, তোষ্ট্ গুণাগাৰ, দৰিয়ায়ে অপৰকাৰ, আমালৈকে সপৰ, বহুতেৰগাঢ় শূল-প্ৰতাপ, আৰ কোঁচবেহাৰ পহিলোকো আচাম বিলায়ত কুচ দ-গেহে পাণ্ড, গীৰদাস্ত মহকুমকৰ্দ্দ তেগৰ বচৰ চোৰ্দ্দি।

ছান্তা-খালৈ বৰফুকনৰ চিঠি

শ্ৰীযুত ৰাজশ্বশুৰ বিশিষ্টগণাগণ দিনকুহাল পাত্ৰাধিপাত্ৰ মহামাত্যক জ্ঞানাধি-সঙ্কাশ ও আগৰ কামৰূপ বিলায়ত এওকু মেৰাবদ ওবাক আপোন ইয়াক প্ৰীতসৌগন্ধ বালকজদ হকিকত খতকিতাৰত মেচোপৰাদ, অতএব দো তৰফ খোচমে দাস্তানদ, এতেদো হাল, যেনামাৰোক্ত পূৰ্ব্বৰেক সেনা ফিৰিব, আমিও তাকেসে বাঞ্ছে, পূৰ্ব্বপ্ৰীত আন্দাস্ত, সনাতন ও মীৰ বগলান ও মাধচৰণ তাকাহুত অল্প নাকৰিবেক। ইতি শক ১৫৮৩, মাস ফাল্গুন। ১১৮ ॥

---

# অষ্টম অধ্যায়।

## মীৰ-জুম্‌লাৰ আসাম আক্ৰমণ।

মীৰ-জুমলাৰ আক্ৰমণৰ এটি উপকথা

পাচে লাপেতি-ফুকনে তুলি পুনৰ্ব্বাৰ বিধাৰণ দেখি শ্ৰীসূৰ্য্যৰ পৰা ওলটাই পঠালে। আৰু বুলিলে, "ৰাজ্যৰ কাৰণ যি কৈছে, পৰমেশ্বৰ বিধাতা অনুকূল হৈ আক দিছে, তাঞিও খুজিলে কিয় পাব? হস্তীৰ দন্ত ওলাইহে পুনৰ্ব্বাৰ সোমাবৰ কৈত দেখিছ? এই খান নবাবত কবি।" লালোৰা, হৰামে বোলে, "উত্তম জনে বচন বুলিলে ৰক্ষা কৰণহে যুক্ত, বচনতো ৰক্ষা নহল, হস্তীও পশুহে।" পাচে লালোৰা, হুৰাম, দুয়ো বাসাক আহিল। সিহঁতক ধাৰাণে ৰোজ দিলে। ৰোজত জাঁয়া পহু দিলে ১টা। পাচে দুই কটকীয়ে আন সিধা ৰাখি পশুৰ গলৰ দোল মেলি বনৰ মাজক খেদিলে। পাচে আমাৰ ৰোজদিয়াওঁতে বোলে, "পহু তোমালোকক ভোজনলৈ দিছে, বনক খেদিলি কিয়?" পাচে দুই কটকীয়ে বোলে, "ভাই, দিনাচাৰেক হৃষ্ট-পুষ্ট হৈ থাকক। অনেক হস্তী, অনেক বন্দুকদাৰী, অনেক ঘোঁৰা, এইসকলৰ আগত কাতা যাব, খাব পাম। আৰ এক উপকথা কওঁ শুনিবি,—দুটা বাহ ম'ৰা চৰাইৰ যুদ্ধ লাগিল, ই গছৰ পৰা সি গছলৈ যায়। তাত ৰব নোৱাৰি ঝোটাঝুটিকৈ পৰ্ব্বতত পৰিল। তাৰো পৰা পৃথিবীত পৰি মূৰ্চ্ছিত হৈ আছিল। দুই পখীৰ যুদ্ধ হস্তীসকলে দেখিছে। তাৰ এক বুঢ়া হস্তীয়ে বোলে, 'ই ঠাইত থাকিবলৈ আমাৰ ভাল নহয়। ই ঠাইত থাকিলে কল্যাণ নাই।' তাৰে এক ময়দাৰ হস্তীয়ে বোলে, 'এনে ঠাই এৰি কলৈ যাম? যদি পখী আহে তাক মাৰিবাক নোৱাৰিমনেকি?' এনেতে দুই পখী ঝোটাঝুটিকৈ হস্তীসকলৰ আগতে পৰিল। চক্ষু কৰ্ণত নখ লাগি ঘা লাগিল, চক্ষু মুদি তুলস্থুল লাগিল। খালে জোঙ্গে দোপে বোকায়ে পৰি অনেক মৰিল। দুই চাৰি পলাই এৰাল। এইৰূপে, বুঢ়াৰ কথা নলৈ মৃত্যু হ'ল। "এতেকে হাতী-ঘোঁৰাৰ

আন্দোলত জলসংঘটত জলৰ শোণিত জজ্বল বালা, যূথে যূথে আইব পশুৰ পালা।

খাটাখুটা মাজুম-খাঁ মুখে চাঁব ডাড়ি।
থানা বেহাৰ ঙ্গে যাইব গুৱাহাটা বাৰী ॥"

এইৰূপে বুলি দুই কটকী গ'ল। ১১৯ ॥

পাচে লালোৱা, হৰাম, দুই কটকীয়ে মাজুম-খাঁৰ ঠাই সকল সমাচাৰ কলেগৈ। মাজুম-খাঁও সকল সমাচাৰ পাই সসন্যে সহিতে আহোমক খেদি আহি প্ৰথমে বেহাৰ মাৰি প্ৰাণনাৰাণক খেদালে।

আহোমৰ পৰাজয়।

পাচে আচামে মাজুম-খাঁ আহিবৰ শুনি হাতীচলা, বৰীতলা এৰি, মানাহামুখত গড় বান্ধি বাদুলি ফুকন ৰহিল। পাঞ্চৰতনত ফুলবৰুৱা ফুকনে, লাহন ফুকনে ৰহিল; ৰাজাৰ শহুৰকে পিক্‌চাই চেটিয়া ৰহিল পাণ্ডু-শৰাইঘাটত। তাতে কিছুমান যুদ্ধ কৰি ৰহিব নোৱাৰি পাণ্ডু-শৰাইঘাটত ৰহিলহি। বঙ্গালো আহি সম্মুখে ৰহিল। তাৰো একো ফৈদক পাচলৈ ছাহবুৰুজত ৰহিবৰ দেখি সেই ৰাতিয়ে আচাম আহি নাপাতি এৰি চামধৰালৈ ভাগি আহিল। কাণ্ড-কাঠীয়ো মাৰিব নোৱাৰিলে পাণ্ডু-শৰাইঘাটত। আৰ যৈতে যি থাকিল তাকো আনিব নোৱাৰিলে; মাস ফাল্গুন, শক ১৫৮৩। পাচে ৺ৰাজা সমস্ত লোক চামধৰাক ভাগি আহিবৰ দেখি নেওগৰ পুতেক শহুৰেকক খঙ্গি বৰফুকন ভাঙ্গিলে। উত্তৰকোলে চামধৰাত বানৰুকীয়া বৰগোহাঁইক সেনাপতি পাতিলৈ মুখ্য কৰি। দক্ষিণে ঘোঁৰা-কোঁৱৰ প্ৰমুখ্যে বুঢ়াগোহাঁই, বৰপাত্ৰ-গোহাঁই, নামনিয়াল ৰাজাৰ শহুৰ বৰচেটিয়া, চাৰিংৰজা, ৰূপসন্দিকৈ, আনো বিস্তৰ লোক আছে। পাচে বঙ্গালো আহি নাৰে-তৰে গুটিঘুৰুৱাত ৰহিলহি। লাপেতি-ফুকন, তামুলী-দলৈৰ পুতেক প্ৰমুখ্য কৰি গড়ৰ পৰা ওলাই নাৰে খেদি গৈ ধৰি ধৰি ভঙ্গ খাই চামধৰাকে আহিল। পাচে ঘোঁৰা-কোঁৱৰ ফুকনে দখিণকোলে যুদ্ধ দেখি বৰগোহাঁইলৈ লোকজন খুজি পঠালে, বোলে, "উত্তৰে দেখো যুদ্ধ নাই। আমাৰ লগত ভৰ দিবলৈ

লোকজন পঠাওক।" বৰগোহাঁইও লোকজন নিদিলে, বোলে, "দক্ষিণতহে লোকজন বিস্তৰ আছে। লোকজন পঠাই মই একলে কি কৰিম?" দক্ষিণে পাঞ্চদিন যুজে। তাত পাচে বঙ্গাল আহি পোতাকলঙ্গৰ পোনে কিছু যুদ্ধ কৰিলে। লেচাম-হাতীবৰুৱা গড়ৰ ওলাই বঙ্গালক ধৰি পৰিল। তাত পাচে দ্বিজোৰ পোনে বঙ্গাল গড়ত উঠিলহি। তেবে আচামৰ লোক নাৱে-তৰে সমস্তে ভাগি সলাত ৰহিলহি। পাচে আচামো সলাৰ পৰা নাৱে গৈয়া কুকুৰাকটাত যুদ্ধ কৰিলেগৈ, তাতো ভঙ্গ হ'ল। বঙ্গালো সলা পালেহি। তেবে তিনিজনা গোহাঁই প্ৰমুখ্যে যত ৰাজাগণ, ফুকন, ৰাজখোৱা, হাজৰিকীয়া, সমস্তে ভাগি আপোনাৰ চাৱা-কুৰ্ম্মা লৈ যেই পোনে পালে সেই পোনে ভাগি গ'ল। আৰ হাতী, ঘোঁৰা, বাৰু, হিলৈ, আৰু যত আহিলা-পাতি সমস্তে বঙ্গালে পালে; উত্তৰকোলে যুদ্ধ নহল; শক ১৫৮৩, মাস চৈত্ৰ। ১২০॥

পাচে বুঢ়াগোহাঁই, বৰগোহাঁই, বৰপাত্ৰ-গোহাঁই, মমনিয়াল ৰাজাৰ শহুৰ ভিতৰুৱাল গোহাঁই, তামুলী-দলৈৰ পুতেক, এইসকলক গড়গ্ৰামত থৈ ৬জা নামৰূপলৈ গল। তাত পাচে গড়গ্ৰামৰ পৰা ডাঙ্গৰীয়াসকলে বাঁহবৰীয়া কটকী, ভেলাইৰ পুতেক, লখন তামুলীক, ভাৰৰিয়াল বামুণক, চৰাল মুদৈক, এই পাঞ্চক বঙ্গালৰ গালৈ পঠাই দিলে, বোলে, "আমি যি হয় পেচকোচ দিয়োঁ, সিবোৰ নাহোঁক।" পাচে সিবোৰ গৈ দেৱৰগাওঁত এই কথা বঙ্গালৰ আগত ক'লে। বঙ্গালে বোলে, "তহঁত শুদা মানুহেৰে কি কথা হম? নাই ৩ জনা গোহাঁই, নহইবা ফুকনবোৰৰ এক জনা আহিব, তেবে আমি কথা হম।" এই কথা ডাঙ্গৰীয়াবোৰে আলচি কুলৰুৱা ফুকনক, কৌপতীয়াক, সনাতন কটকীক, খেত্ৰিৰ পুতেকক, এই চাৰিক পঠাই দিলে সন্দেশ-পত্ৰ দি পূৰ্ব্ব ধাৰাণে, সিবোৰ গৈ গজপুৰত লগ পালেগৈ। এই কথা খানখানা নামানিলে। কলিয়াবৰ, লখৌ, দেৱৰগাওঁ, গজপুৰ, চিনাতলী, এই পাঞ্চ ঠাইত পাঞ্চ আমীৰা থৈ গড়গ্ৰামলৈ উজাই গ'ল। পাচে

বিষয়াৰ ঠাই সলনি

বুঢ়াগোহাঁইক নামনিয়াল ৰজাৰ শহুৰেকক ৺তা তিপামৰ পানী-ফাটত থাকিব দিলে। পুংদাঙ্গত থাকিব দিলে। গড়গয়াঁ ৰজাৰ শহুৰেকক চেংধৰা বৰবৰুৱাক ৺ৰ লগত বুঢ়াগোহাঁইৰ পিতৃ বাঁহগৰীয়া গোহাঁই নেওগ, আনো দুই এক বৰুৱাক থাকিব দিলে। পাচে বঙ্গালেও গৈ চৰগুৱা, চাৰিং, শিলপানী, গড়গ্ৰাম, পৰ্ব্বত, এই পাঞ্চ ঠাইত পাঞ্চ আমীৰাক থৈ খানখানা নবাব বাকোবাৰীত ৰহিলগৈ। তাৰ পৰা এক উমৰাও বলকতুমত ৰহিলগৈ। তদন্তৰে আষাৰ মাস, বলক্তুমৰ ফৈদক খেদি পূবে তাওকাঁক উত্তৰে দিল্লীহ সীমা কৰি বুঢ়াগোহাঁই ৰহিল। কেন্দুগুৰিত গড়গয়াঁ ৰজাৰ শহুৰ ৰহিল ডাঁৰিকাৰ পোনে। পাচে আচামে বঙ্গালৰ দুই-চাৰি লোক যাকে যৈতে পাই তৈতে কাটে। তত্ৰাপি বঙ্গালৰ বল খীণ নহল। তবে শৰাগুৰিৰ পোনে তামুলী-দলৈৰ পুতেকক ভঙ্গালে। সেই ভঙ্গে সমস্ত লোক ভঙ্গ হ'ল। দিহিং আগ কৰি বুঢ়াগোহাঁই ৰহিল মূৰকটাত, ৰজাৰ শহুৰ ৰল তিপামত। পাচে চিনাতলীৰ, চাৰিঙ্গৰ, শিলপানীৰ, পৰ্ব্বতৰ, গড়গ্ৰামৰ, চৰগুৱাৰ, এইসকলৰ সমস্তে বঙ্গাল একঠাই হুই শিলিখা-তলত ৰৈ বুঢ়াগোহাঁইৰ পোনে মুৰকটাত এক প্ৰহৰ বেলা হ'লত গড়ত ধৰিলেহি। বঙ্গালৰ এক আমীৰা পৰিল। আনো লোকজন পৰিল বিস্তৰ। পাচে কাণ্ড-গুলি টুকালত ৬ দণ্ড বেলা আচোঁতে বুঢ়াগোহাঁই ভাগি তিপামৰ পানী-ফাটত ৰহিলগৈ। সেই সময়ত বাদুলি ফুকন গৈ শিলিখাতলত খানখানাত বৰিলগৈ। বাদুলিক লগত লৈ খানখানাই শলগুৰিত ৰহিলগৈ। পাচে বাদুলিয়ে ৰাজাৰ ঘৰত থাকি বোলে, "মোক যদি এই ৰাইজ্যতে অধিকাৰ পাতি দিয়া তেবে আনো লোকজনক বৰাই আনো, আৰ ৺ তাকো, ৰাজমন্ত্ৰী বৰগোহাঁইক, বুঢ়াগোহাঁইক, ফুকন-বৰুৱাকো ধৰি দিম।" খানখানা নবাবে বোলে, "ভালা, মই তোক অধিকাৰ কৰিলোঁ।" আনো লোকজন বিস্তৰ বৰিল যৱনত। দয়ঙ্গীয়া লুখুৰি চেটিয়াক দয়ঙ্গীয়া বৰগোহাঁইক আপোনাৰ লোকে ধৰি দিলে; শক ১৫৮৪। তেবে নেওগৰ পুতেক ফুকনে বঙ্গালৰ দিলাল-খাঁৰে সখি বান্ধি প্ৰীতি হ'ল। সেই বেলা বেজদলৈৰ পুতেকে নেওগৰ পুতেকেৰে দ্বন্দ্ব কৰিলে। পাচে নেওগৰ পুতেকে

ৰজাত লগালে, বোলে, "বাদুলিক ৰাজ্য দিবৰ জানি বেজদলৈৰ পুতেকে বাদুলিয়েৰে ভিতৰি কথা হৈ বঙ্গালত ধৰিবলৈ কথা-বাৰ্ত্তা হৈছে।" পাচে ৺ৰাজায়ে শুনি এই কথাতে বেজদলৈৰ পুতেকক কাটিলে। ১২১॥

সেই বেলা বৰচেটিয়া পৰ্ব্বতৰ পৰা কছাৰীলৈ ভাগি গ'ল; শক ১৫৮৪। আহোমৰো বল ক্ষীণ হ'ল, যুজ এৰিলে। আৰ হাতীচলা, বৰীতলা পৰ্য্যন্তে যত ঢেকেৰি আনিছিল তাক বা যত কাটিলে তাৰ সীমা নাই। যি কিছু ঢেকেৰি পালে বঙ্গালে নিলে ওলোটাই। আৰ বিস্তৰ লোকেও মহাৰজাক এৰি যেন যৱনকে আশ্ৰয় কৰিব হেন মন হ'ল। এই কথা জানি ৺ও ৰাজ্য ৰক্ষা কৰিবৰ নিমিত্তে বুঢ়াগোহাঁইকে গড়গয়াঁ ৰাজ্যৰ শহুৰকে ৺ৰাজা বোলে, "তোমালোকে বঙ্গালৰে কথা-বাৰ্ত্তা হৈ যেনেকৈ পাৰা পঠাই দিয়া।" পাচে সিবোৰেও ৺ৰ আজ্ঞায়ে চুলটান, চান্দৰাই, মনু, চতুৰ্ভুজ কাকতী, এই চাৰিক পঠাই নবাব খানখানা দিলাল-খাঁৰ ঠাইক অনেক কথা-বাৰ্ত্তা কৈ পঠাই দিলে। ১২২॥

আহোমৰ বলক্ষয়

পাচে দিলাল-খাঁয়ে বোলে, "কেঁকোৰাদোলা দি বাদুলিক ৰাজা পাতিছে, তেও যে কৈছ গো-ব্ৰাহ্মণৰ কাৰণ এইখন সিদ্ধ হব।" পাচে এই কথা বাদুলিয়ে শুনি, মাঁজা-মুলালৈ কলে, বোলে, "এতিয়া ৰাজমন্ত্ৰীয়ে মোক শক্তিমন্ত হৈ ৰবৰ দেখিছে এতেক কথা কয়, পূৰ্ব্বেনো মোক কিয় এই ৰাজ্য লই দিলা? যদিহে ৰাজ্য দিয়া তুমিয়ে মোক কাটা।" পাচে পূৰ্ব্ব কথাক স্মৰি মাঁজা-মূলায়ে বোলে, "ৰাজা, ৰাজ-মন্ত্ৰী, চাৰি পাত্ৰক, ৰুকন-বকৰাক ধৰি দিম বুলিছ, ভাল এতিয়া ধৰি দিয়ক। পাৎসাই ঠাইকো আচামৰ লোককো ভোক দিলেঁ, ৰাজমন্ত্ৰী আদি কৰি সবাকো ধৰি দে।" পাচে বাদুলিৰ ভায়েকে মৌপিয়ায়ে পাৎসাই লোক লৈ মেকুৰীখোৱাত আচামেৰে লেঢ়াই কৰিলে। বঙ্গালৰো লোক পৰিল, আচামৰো লোক পৰিল। পাচে বঙ্গাল ভাগি ডিপামত ৰহিলগৈ। ১২৩॥

ডিপামত বঙ্গাল

পাচে মীৰ্জা-মূলালৈ দিলাল-খাঁয়ে বাতুলিৰ সাহ-বল জুটবাত হেন জানি কৈ পঠালে; "আচামৰ গো-ব্ৰাহ্মণ, পাৎসাই লোক ৰক্ষাৰ কাৰণে কথা-বাৰ্ত্তা হলোঁ। ?একেলাড়িকা বাতুলিৰে বলে ৰাজমন্ত্ৰীয়েৰে লেৰ্টাই কৰিলোঁ।" মীৰ্জা-মূলায়ে বোলে, "ভাই দিলাল-খাঁ কেমনে যুজিলে? হাৰামজাদা বাতুলিয়ে যত কৰিলে সবে জুটবাত।" পাচে দিলাল-খাঁয়ে গদাইকে বহিৰ্মূলকে ৰাজমন্ত্ৰীৰ ঠাইলৈ পঠালে, বোলে, "যেমনে তাৰাৰো গো-ব্ৰাহ্মণ সুখে ৰহে তেমনখান কৰিব। চাৰি পাত্ৰৰ বেটা, ৰাজমন্ত্ৰীৰ বেটা, ৰাজাৰ জী পাৎসালৈ দিয়া মোক ফিৰাই পঠক।" পাচে ৰাজমন্ত্ৰীয়ে বোলে, "ভাল, চান্দ্ৰায়, চুলতান, মাধচৰণ মিত্ৰত কহ যাই, যদি তাৰা সত্য কৰি বোলে, আমিও পাৎসাই লোকক প্ৰীতি কৰি পঠাও।" এই কথা দিলাল-খাঁয়ে শুনি বোলে, "ভাল, পাৎসাই লোক কুশলে ফিৰি যাওক। তাৰাৰো ৰাইজ্যৰ গো-ব্ৰাহ্মণ সুখে ৰহোক।" এই বুলি দিলাল-খাঁএ তিনিৰ হাতত লিখা দি পঠালে।

দিলাল-খাঁৰ ৰাজমন্ত্ৰীলৈ চিঠি

লেখাও এই—

স্বস্তি নিজতনু-সৌন্দৰ্য্য-গঙ্গাজল-সদৃশ-পৰমপবিত্ৰ শ্ৰীযুত ৵ৰাজাৰ শ্বশুৰ বৰনবাবকে জঙ্গবেগাৰ কাৰ কৰ্দ্দম পৰম খুচ চফৰবাজ তোমাৰ নিগাদ মোৰ সম্মত, হালহজুন স্বদাখদ চৰিয়ত, গোস্তন সাবকো নাম ভেজিছি, ও তোমাৰি কমৰগাৰি যেবা দুনা হাৰামজাদা সিটো তোমাৰি ৵ৰাজকৰ্ত্তা ডাঙ্গৰীয়া ওগয়ৰচকো পাইকান ধৰকি গাল মাৰিতে চাস, ও অপৰ তোমাৰ বেজদলৈকো বেটা যো কোচু জবাব পহিলেক বতায়তহে ভেজ হৈতে-ছিল সে জৌথবাত সব জুথ আছিল। আকে দোভচিয়াৰহে, যদি সে আমাৰ সাথ একলাস থাকিত বদকোলি নাকৰি তেবে কেনে তাৰ এমত হৈবেক আমাৰ শুনিয়া আসে, যে ৰাজমন্ত্ৰী সিটো বয়সতো বৃদ্ধ, জ্ঞানতো জানন্তাহে, তাইতো কদাপি নাকবেল ফিৰিবেক, ভালাতো গো-ব্ৰাহ্মণ ৵তো ৰাজায় ৰাখিয়া আমাৰে সম্বুজায়া ৵মহাৰাজাকো বেটী

ৰাজা-তিপামেৰে বেটী পা ৮ মহলকে খেজমতত দেয়গা। শ্ৰীযুত নবাব আমীৰ-অল্-উম্‌ৰাও ঠাই আৰজদাস্ত কৰিয়া হদ-কৰাৰ তালি কিয়া যোৰ পাঠাইবেক ; এতে ম ৮ পাত্ৰ-মন্ত্ৰী ৰায়তকো ন যোজাক হতচৰদ এমাফিক প্ৰীত দোদলকো মধ্য আলহাদানা সৰ মেকুনি ইতি, সন ১৫৮৪, মাস পৌষ। মাধচৰণ, চান্দ্ৰায়, চুলতানে অন্য দিলাল-খাঁৰ কাকত তিপামৰ ঘিলাজাৰি ঘাট। ১২৪॥

মহাৰাজাৰ পাৎসাৰ লগত বৈবাহিক মিত্ৰতা

পত্ৰ চাই বুঢ়াগোহাঁই শ্ৰীযুত ৰাজাৰ শ্বশুৰৰ ৰাজমন্ত্ৰীয়ে ৰাজ্যখন ৰক্ষাৰ কাৰণে নবাব খানখানা দিলাল-খাঁৰে কথা-বাৰ্ত্তা হৈ, ৩,০০,০০০ তিনি লাখ টকা, নৰৈ হাতীৰ কবিল বান্ধিলে আৰু মহাৰাজাৰ জীকো পাৎসাজ্যাদালৈ দিলে। ৰাজাৰ জীৰ লগে অলঙ্কাৰ সহিতে সোণা বিংশ হাজাৰ, ৰূপ ছয়কুৰি হাজাৰ, বিংশ হাতী। পাচে দিবলৈ থাকিল তিনি লাখ টকা, নৰৈ হাতী। তাৰ নিমিত্তে সোতা বুঢ়াগোহাঁইৰ, বৰগোহাঁইৰ, বৰপাত্ৰ-গোহাঁইৰ, ৰজাৰ শহুৰৰ, এই চাৰি জনাৰ পুত্ৰ যৰনক লাগি ওল দিলে। প্ৰতি বৎসৰে বিশ হাতীৰ নিবন্ধ কৰিলে। ৰাজমন্ত্ৰীয়ে পাৎসাই লোকক ফিৰাই পঠালে। দিলাল-খাঁও ৮লৈ তাও, মুকুতা, বাখৰ পতা সোণাৰ মলমকৰা তৰোৱাল ১ খন, জমদাৰ এখন, সোণৰ মলমকৰা হিলৈ ২ টা, এইসকল সহিতে ১৫ হাজাৰ টকাৰ বাব দি গদাইক পঠালে, বোলে, "ৰাজমন্ত্ৰীহে হৈ তাৰাৰ বচন নৰলিল।" পাৎসাই লোকেও বিস্তৰ প্ৰশংসা কৰিলে। পাচে মীৰ্জা-মূলা প্ৰমুখ্যে বঙ্গাল ভটীয়াই গ'ল ; শক ১৫৮৪, মাস মাঘ। ১২৫॥

খানখানা ভটীয়ালে

আৰ বঙ্গালৰ লগত বাদুলি ফুকন, তাৰ ভাই মৌপিয়া, হৰিডেকাৰ পুতেক ৰঘুনাথ, উধ দুৰৰীয়া, ৰঘুনাথৰ বেটা মনোহৰ কাকতী, কেওদাংধৰা, এইবোৰ আপুনি গ'ল। তাত বাজে দয়ঙ্গীয়া বৰগোহাঁই, ৰাজখোৱা, লুথুৰি চেটিয়া, নাৰেঙ্গ চেটিয়া, লালুক গোহাঁই, দীঘলা হাজৰিকীয়া আৰু যতক হা-হাজৰিকীয়া লহৰৰ ৰায়ৰ পুতেক, ভেলাইৰ পুতেক, এইসকল প্ৰমুখ্যে আনো অনেক

লোকক ধৰি নিলে। গুৱাহাটীত ৰচিদ-খাঁকে, তিনিজনা গোহাঁইৰ বেটাকে, ৰজাৰ শহুৰৰ বেটাকে থৈ নবাব খানখানা ভটীয়াই গ'ল। ১২৬ ॥

পাচে গুৱাহাটীৰ পৰাহে মাধচৰণৰ হাতত ধৰি নিয়া বৰুৱাবোৰক দি পঠালে। আৰ মীৰ্জ্জা-মুলাৰ ভাগিনেকৰ হাড় আছিল বাকোঁবাৰীত, তাকো খুজি নিলেহি। আৰ ৰাজমন্ত্ৰীয়ে দিলাল-খাঁয়ে দিয়া তাও, মুকুতা, তৰোৱাল, জমদ্দাৰ, হিলৈ, এই ভেঁটী-সকলক বৰপাত্ৰ-গোহাঁইৰ বেটা, বৰগোহাঁইৰ বেটাতকৈ ৺লৈ দি পঠালে। আৰু বোলে, "৺ৰ আজ্ঞা শিৰত লৈ ৰাজ্যখান ৰক্ষা কৰিলোঁ।" পাচে ৺ৱে বোলে, "য়ি কাৰ্য্যৰ ওপৰে থলো সি কাৰ্য্যৰ কৰিলে ৰাজমন্ত্ৰীত কঁ যাই। আমি পৰ্ব্বতৰ বাসাত বৰ দুখ পাওঁ। আমাক টংচাঙ্গত ঘৰ সাজি নিয়োকহি।" এই কথা ৰাজমন্ত্ৰীত কলেহি। ৰাজমন্ত্ৰীয়েও শীঘ্ৰ কৰি ঘৰ সাজি ৺ক শিৰত কৰি আনি লেচাঙ্গৰ পৰা টংচাঙ্গত থলে। তাৰ পৰা মেকুৰী-খোৱাক ওলাই আহিল ফাল্গুনত। উত্তৰকোলে, দক্ষিণকোলে, পৰ্ব্বতৰ ওপৰে পাত্ৰ-মন্ত্ৰী, বৰা-বৰুক ভাগি গৈছিল, সবাকে কোচাই আনি একে ঠাই কৰি ৺ত ৰাজমন্ত্ৰীয়ে চৈত্ৰত ভেটালে। পাচে মেকুৰী-খোৱাৰ পৰা চৈত্ৰত বকতালৈ আহিল। তাতে ৺এ ৰাজমন্ত্ৰীক আজ্ঞা কৰিলে, "মোৰ ৰাজ কাজ-কাম কেনমতে নষ্ট গ'ল? পাত্ৰ-মন্ত্ৰী, বৰা-বৰুক এক ঠাই কৰি সুধি দিওঁক।" পাচে সুধি ৺দেৱত যোগালত ভিতৰুৱাল গোহাঁইক তামুলী-দলৈৰ পুতেকক লোৱা দিলে। হাতীবৰুৱাক চবকিয়ালে। লগ এৰিবৰ নিমিত্তে সোণামুৱাক হাড়ি কৰিলে। ঘোঁৰা কোঁৱৰক লোৱা লগালে। পাচে ঘোঁৰা কোঁৱৰে গোচৰ দিলে। বানৰুকীয়া বৰগোহাঁইক বোলে, "বৰগোহাঁয়ে যদি ভৰ দিয়ে আমি কিয় এৰিম।" পাচে ৺এ বৰগোহাঁইক দায় ধৰিলে, বোলে, "চামধৰাৰ উত্তৰকোলে যে বঙ্গাল নাহিল, দক্ষিণকোললৈ লোকজন নেদিলে-কিয়?" এই বুলি ৺ৱে আপোন হস্তে বৰগোহাঁইক দগিয়াই

বিষয়াৰ শাস্তি

বন্দী কৰিলে। সেই সময়ত জয়ন্তাৰজা ৰমাই কটকীক ৺ৰ ঠাইলৈ পঠাইছিলে; ৺ও তুলিলে। ১২৭॥

শ্রীকৃষ্ণায় নমঃ। বুৰঞ্জী পুস্তক। শক ১৫৮৫, মাঘ মাস, ৰাজ্য মাৰিলত পাৎসালৈ দিয়া লেখা—

পাৎসালৈ স্বৰ্গদেৱৰ চিঠি ১

লেখিতং• শ্রীশ্রীযুত জয়ধ্বজসিংহ ৰাজা আচাম চুলতান সুজাকে খলাকে উক্ত বিশ্বনাথ হমিদা লোকোকে কহে, সোঁ ৰাজবিলায়ত ৺ৰায়তকো দেউল কৰকে আচামে নিয়াথা। ইসো আস্তে ৺হুকুমসে সকল মঙ্গলালিঙ্গিত নানাগুণালঙ্কৃত সগুণৈকেধামে নিজতনুসৌন্দৰ্য্য ধৰ্ম্মযুধিষ্ঠিৰ গঙ্গাজলনিৰ্ম্মলপবিত্র কলেবৰ মহামহিম মহিমাৰন্ত শ্রীযুত নবাব খানখানা চিপহ চালাৰ ৺ফৌজাম কৰকে আচাম সাৰ বিলায়ত নিয়াথা, হামাকো জলাউণ্ডন কৰণে লাগা, তব যাইকে আপনা জীলেকৰকে পাহাৰকে অচিলা কৰকে নবাব খানখানা চিপুহচালাৰ জীউকে পাচ আৰজকিয়া কি, মোৰ গুণাবক্স আচাম মুল্লুক মুজে দিও। মই এতিবেৰ মোৰ আপোনাক বেটী আৰৰ ৰাজা-তিপামাক বেটী ৺মহলকে বিস খেজমতকো দেয়েঁ। (আৰ সোণা ২০,০০০, ৰূপ ১,২০,০০০ তোলা, আৰ ২০ হস্তীৰ ১৪ দন্তাল, ৬ হস্তিনী। ১৫৮৫ শকত অৰংচা পাৎসাৰ অহদি দুৰ্বেগকে, ৰস্তম-বেগকে দিলে সোণা দুশকৈ ৪০০। দলিল-খাঁৰ কটকী গদাইক সোণ ১০০ তোলা বিদায় দিওঁতে। দুই অহদিক ৰূপ হাজাৰ; গদাইক ৫০০ ৰূপ।) আৰ দৰং মলুক উত্তৰকোলকি তৰফ দৰিয়াও ৰায়ত ভড়ৰী আওৰ মলুক ৰাজা ডুমৰীয়াকা আওৰ বেলতলীয়া দক্ষিণকোলকে তৰফ দৰিয়াও ওকং সীমনা কৰকে পেচকচ কৰুতাহো, আৰ ইচসে পিচু মঞ্জি কবুল কিয়া জমা দিয়া দি, সন ১০৭৩, মাঘ মাস। কো লেকৰকে ৩,০০,০০০ চাৰ চাৰ মহিনে একো লাখ কৰকে বাৰ মহিনা মো দেঙ্গা, আৰ ৯০ হাতীৰ ১০ ৰৰদন্তাল, ১০ চৰুাদন্তাল, ১০ হস্তিনী, এই তিচ হাতী ইনকো তিন মহিনা পিচো দেওগা। আৰ ৬০ হস্তীৰ ৰৰদন্তাল ২০,

চৰাদন্তাল ২০, হস্তিনী ২০, ইচমে ছ মহিনা লেকেৰকে বাৰ মহিনা মে ভৰা দেওঁগা। যব তেঞি ৰূপয়া হাতী দিনেকো ওৰাদাকি আছোঁ তবতই বৰগোহাঁইকা বেটা, বুঢ়াগোহাঁইকা বেটা, বৰপাত্ৰকা বেটা, গড়গয়াঁ ফুকনকা বেটা, মোৰ মলুকে বিস ই চাৰ আদিমি বৰা, আৰ মদাৰ ভিন্নকে, ঔপৰই সো আস্তে, এহি চাৰ আদমিকো ওঁগ দিয়া, তোমাৰ পাস আৰ যো কুছ ৺ বিলায়তকে ৰায়ত আচামকে মলুক বিস ৰহি হয় সবহায়ালে কৰদেওঁ। আৰ মইনে কবুল কিয়া ইস পিচে হৰবৰিষ ২০ হাতী—১০ দন্তাল, ১০ হস্তিনী, ৺ সৰকাৰকো পেচকেচ পহুছায়া কহো। আৰ মেৰী এতবাৰি এক গোমোস্তাকে তেক পাইকো সে গুৱাহাটীকি ফৌজদাৰকে হমেচা হাজিৰ ৰহে। যো কুছ্ কবুল কিয়া হোতি সবকে ভি সমাপন কৰুঁ। আৰ ৺ ৰাজ গিফৰমাণ বৰদাৰি বিস ৰহোগা; ১৫৮৫ শক, মাস মাঘ। ১২৮॥

এই শকতে দিয়া যাই হাতী, আৰে লেখা,—গাভৰুৰ লগত ২০ হাতী দিবৰ কবুল, আৰে তিপামতে দিয়া যায় হাতী ১০, লখৌত দিলাল-খাঁৰ হাতত ৪, আৰে হাতত বৰাতলাত ২, সেই শকতে চৈত্ৰ মাসত গদাইৰ হাতত মেকুৰী-খোৱাত ৩০ হাতী, আৰে বাটত ১৯, পাৎসাৰ হাৱলে হৈল ১১টা, শক ১৫৮৫, মাস ফাগুন। কলিয়াবৰত পিৰোজ-খাঁৰ হাতত ৪০, পাৎসাৰ মুজুৰ কৰি দিয়া ৫, নবাব দলিল-খাঁলৈ দিয়া যায় ২ হাতী; শক ১৫৮৬, আঘোণ মাস। ছৈয়দ পিৰোজ-খাঁৰ হাতত দিয়া যায় হাতী ১৩, ৰচিদ-খাঁ নবাবক হাতী ১টা, ৰূপ স্বৰ্ণৰ লেখা, শক ১৫৮৪। তিপামত পাৎসালৈ গাভৰু নমাই দিওঁতে চান্দ্ৰায় কমল গজলা গুৰিয়ায়ে দিয়ে গৈ নবাব খানখানাৰ হাতত সোণা ২০,০০০ তোলা, ৰূপ ১,২০,০০০ টকা; শক ১৫৮৫, কাৰ্ত্তিকত। পাৎসাৰ অহদিক আনোতে লাখ টকীয়া বৰুৱায়ে, লাউ-ডেকায়ে, শঙ্কৰ বৰায়ে, চতুৰ্ভুজ কাকতীয়ে দিয়েগৈ ৰূপ ১,০০,০০০। সেই শকতে ফাল্গুনত কুলীয়া কুকুৰাচোৱা

জয়ধ্বজসিংহৰ পাৎসালৈ কৰকাটল আৰু মৃত্যু

বাঁহবৰীয়া কটকী, কৌপতীয়া কটকী, কনাই কাকতীয়ে দিয়েগৈ ৰূপ ৪০,০০০। ১৫৮৬ শকত কাৰ্ত্তিকত পাঠকচন্দ্ৰ, চতুৰ্ভুজ কাকতী, কলীয়া কটকী, ঢেঁকিয়াল হাজৰিকীয়া দিয়েগৈ ৪০,০০০ হাজাৰ। ১৫৮৭ শকত ভাদ্ৰ মাসত ৰূপ ২,০০০ হাজাৰ মাৰি দিয়া যায়। হস্তী ১০, আৰে পাচ হস্তী মৰিল, ৰূপ ১,৮০০ খৰিদ লৈ হাতী বিকি দিয়ে ১০,০০০। ১৫৮৮ শকত জেষ্ঠত পিৰোজ-খাঁৰ তত লাখ ৰূপীয়াত মাৰি দিয়া যাই হস্তী ৫০, দুই হাজাৰ কৰি ৰূপ ১,০০,০০০ খৰিদৰ হাতী মৰিবৰ হৈ হাতী ১, ছাস্তা-খাঁ নবাবক প্ৰতি ২, ৰচিদ-খাঁক প্ৰতি ১। তাত পাচৈ লাং-ডেকা, কৌপতীয়া, মাধচৰণ, বাঁহবৰীয়া, চতুৰ্ভুজ কাকতী, এই-সকলত কৰি ৫ হস্তী, ৰূপ কিছু দি পঠালে। সিবোৰেও গুৱাহাটীত ৰচিদ-খাঁক হজুৰে দিলেনি। তদন্তৰে ভগনৰ পাচিত, ১৫৮৫ শকত পাৎসায়ে জয়ধ্বজ মহাৰাজালৈ জামাযোৰায়ে জমদাৰ সহিতে কাপৰ ১ যোৰ দি পঠালে দোবেঁগ, ৰস্তম-বেগত কৰি। গুৱাহাটীৰ পৰাও ৰচিদ-খাঁয়ে পঠালে তাজ-খাঁকে, ছেক-কমলকে, সিহঁতো আহি দেৰগাঁও পালেহি। সেই সময়ত বকতাত জয়ধ্বজ ৰাজা মুদ্গৰ ৰোগ হৈ স্বৰ্গী হ'ল। ১২৯॥

## নৱম অধ্যায়।

### ৰামসিংহৰ আসাম আক্ৰমণ।

কাৰ্ত্তিকত, বুদ্ধবাৰে, শক ১৫৮৫, তেবে ৰাজাৰ পুত্ৰ নাই, অৰাজক ভয়ে বাহগৰীয়া বুঢ়াগোহাঁই, বাৰুকীয়া বৰগোহাঁই, কেন্দুগুৰীয়া বৰপাত্ৰ-গোহাঁই, ৰজাৰ শহুৰ চেংধৰা বৰুৱা, বুঢ়া-গোহাঁইৰ খিত বাঁহগৰীয়া ফুকন, ভিতৰুৱাল গোহাঁই, এইসকলে আলচি ৰাজাৰ দদায়েকৰ পুতেকক চাৰিং ৰজাক ঘৰত তুলি

চক্ৰধ্বজসিংহ ৰাজপাটত

আনি মহাৰাজাৰ আজ্ঞায়ে ৰাজা পাতিলে। শ্ৰীশ্ৰীচক্ৰধ্বজ মহাৰাজা হ'লত পাচে দোৰ্বেগ দ'লৰ গাৱতে থাকিল। ৰস্তম-বেগ ভটীয়াই গুৱাহাটীত ৰচিদ-খাঁত কলে, বোলে, "যি ৰাজালৈ বঁটা-বকচিচ্ দিলে সি ৰাজা মৰিল। এখন আমি কি কৰিম?" পাচে ৰচিদ-খাঁয়ে বোলে, "ৰাজাৰ ভাই ৰাজা হ'ল। আতᐟভিন্ন আচেনেকি? সেই ৰাজাকে দেগৈ।" পাচে দোৰ্বেগ, ৰস্তম-বেগৰ লগত দিলাল-খাঁয়ে বাঁহ-বৰীয়াকে, গদাইকে পঠাই দিলে। সিহঁতক কোৰেখনাত থৈছিলে। ৺এ নোতোলে দেখি ৰাজমন্ত্ৰীয়ে অনেক মন্ত্ৰণা কৰি চাঙ্গত ৺ক বুজাই উচ্চত সিংহাসনত বহুৱাই আঠু পোনকৈ দুই চৰণ দলিচাৰ ওপৰত থৈ ঠিয় হব নালাগে হেন কৰি নবাবৰ উকিলক বাজতে ৰাখি পাৎসাৰ দুই অহদিক জখলীমুখতে ৰূপৰ শৰায়েৰে ৪০০ সোণৰ মোহৰ দিয়ালে মাধচৰণধ হাতে, আৰু ৰাজমন্ত্ৰীয়ে বচমে এইখান কব দিলে বোলে, "৺ৰাজা ব্যতিৰেকে কাক সেৱা কৰে? যি কাৰণে উদয়গিৰি ৺ৰাজা ঈশ্বৰাংশ বিভূতি, অস্তগিৰি পাৎসাও ঈশ্বৰাংশ। এতেকেহে দুই জনৰ স্নেহানুৰূপ চলিছে। এতেকে বৰলোকৰ যিৰূপ সম্মান তাকে কৰিব লাগে। মহাৰাজাও লেচাঙ্গত আছে।" এইৰূপে অনেক কথা-বাৰ্ত্তা কৈ দুই অহদিক ৺ৰ আগক নিলে। সিহঁতো ৺ক সেৱা নকৰি তচমিল কৰি বঁটা-বকচিচ্ দিলে। পাচে ৰাজমন্ত্ৰীয়ে পাৎসাৰ বকচিচ্ ৺ৰ আগত সুবৰ্ণৰ শৰায়েৰে দিলেনি। ৺ও দুই হাত মেলি ধৰি থলে। ৰাজমন্ত্ৰীয়ে পুনৰ্ব্বাৰ পাচফালে আতৰাই থলে। পাচত সিসকল কটকীকো ৺ৰ আগ কৰিলে, আগত থৈ ৰাজকথাকো ৰাজমন্ত্ৰীয়েহে নিশেষ কৈছিলে। আৰু ৺ ৰাজা বোলে, "মোৰ বেটী, তিনি লাখ টকা, নৰৈ হাতী, লোকজন নাৰাখিবৰ কাৰণেহে দিলোঁ। এখন লোকজনকো নাপালোঁ, আৰ সীমনাকো নাপালোঁ।" এই বুলি এক লিখা দি চন্দ্ৰকন্দলীকে, সনাতনকে দোৰ্বেগ,ৰস্তম-বেগৰ লগত পঠালে। সন্দেশ দিলে—গান্ধ ১০টা, কটাৰী ২০ খন, সোণৰ ডাবেৰে ফণি ২ খন, হস্তীদন্ত ৬টা। ১৫৮৫ শকত ৯ পু ৰাজমন্ত্ৰীয়ে পাৎসাই অহদি উকিল সহিতে বিদায় দিলে। ১৩০ ॥

পাচে আমাৰ দুই কটকীয়ে ৰাজমহলত নাও থৈ ৭ মানুহ ৰখীয়া থৈ পাৎসাই ৰাহেগড়িত চড়ি, আগৰাত ৪ দিন ৰহি দিল্লী পালেগৈ।

পাৎসালৈ আহোম কটকী

পাৎসায়ে, অহদিয়ে জনালত হাচান-আলি নবাবৰ হাৱলী যমুনাৰ নিকটত আছে, সি যুদ্ধক গৈছিলে, তাৰে হাৱলীত তুলি থলেনি। সনাতন কটকীয়ে দোৰ্বেগ, ৰস্তম-বেগক বোলে, "আমি ব্রাহ্মণ; কেমনে আহাৰ ব্যৱহাৰ কৰিম ই জাগ্যাত?" পাচে দোৰ্বেগ যাই দেৱানত জনাই লোকজন আনি যমুনাৰ নিকটত দুই কটকীলৈ ভিন্নে ভিন্নে বাসা কৰি দিয়ালে। দুই দিনৰ পাচত দেৱানে সিদ্ধা দিলে। দুই কটকীক চাউল ৬০০ মোন, মেহি চাউল ৮০ মোন, মুগু ৪০ মোন, কলা ২০ মোন, মচুৰ ২০ মোন, মাহ ৬০ মোন, ঘিউ ৪০ সেৰ, ঝালুক ৮ সেৰ; হালধি গুৰি ৪ সেৰ, হিং আদসেৰ, আদা ১০ সেৰ, গাখীৰ ৮ মাঠি, লোণ ২০ মোন, চিনি ২০ মোন, তেজপাত ১ ভাৰ, টাটৰ ৭ পাচি, বিলাতি পান ৮ পাচি, হাৰিণা ৩টা। তাত পাচে পাৎসাৰ সিদ্ধা প্রাঞ্চ দিন অন্তৰে দিলে। ৫০০ কপ লোকজনক ২০০। তাত পাচে ৮ দিনৰ অবসানে আমাৰ দুই কটকীক পাৎসাৰ হজুৰ কৰালেনি। পাৎসাও তক্তৰ ওপৰে বহিছিল। তক্তৰ তলে তিনি খলপাৰ নামে পাৎসাৰ দাহিণে সুবৰ্ণৰ লাখুটি ধৰি জাফৰ-খাঁ দেৱান আছিল, বামে উজিৰ। সেই ক্রমে ৰাজপুতৰ ৰাজা বামে যশমন্তসিংহৰ ধাৰা, তাৰ পাচ ৰাণা হাড়ো, বাৰহাজাৰী, সপ্ত-হাজাৰী। তাৰ পাচে ৬, তাৰ পাচে ৫, তাৰ পাচে ৪, তাৰ পাচে ৩, ২, ১, এই ক্রমে অমাত্যবৰ্গ, হাতী, ঘোঁৰা, চিপাহী, বন্দুক-দাৰী, ঢালী, ধনুৰ্কা, পাঞ্চহাতীয়াৰ সহিত চিত্র-বিচিত্র লালজৰ্দ্দ কশটি ফটিক, নানান পাথৰে ৰচিত দুৰ্গ, আলি, তক্ত, অভ্যান্তৰতো পকা পাথৰৰ গৃহ, তাহাত সুবৰ্ণৰ পত্তকা কৰি ঠাই ঠাই কাম কৰিছে। চিত্র-বিচিত্র সিভিটিক আমাৰ কটকীক নি নেনিলে। তক্ত বাহিৰে ৭ আলি হৈ চতুৰ্ভিটি সমস্ত লোকে আছিল। সেই সময়ত দুই উকিলে আশীৰ্ব্বাদ কৰি হস্ত কৰযোৰে থাকিল। ১৩১ ॥

পাচে পাৎসাও শ্ৰীশ্ৰীদিল্লীৰ পতি শ্ৰীশ্ৰীযুত মহাৰাজা শ্ৰীযুত আমীৰ-অল্-উমৰাও আলমগীৰ পাৎসা পত্ৰ শুনি বোলে, "কোঁচৰ সীমনাত কৰি আমাৰ

স্বৰ্গদেৱলৈ পাৎসাৰ উত্তৰ

যদি বঢ়াকৈ লৈছে মুই এৰি দিব দিম, আৰ লোকজন যদি আমাৰ লোকে পাকুৰি আনিছে তাকো চাড়ি দিব দিম।" এই বুলি উকিল নিদি লিখা এখনি দিলে আৰ পান তামোল খাব বুলি ১,০০০ ৰূপয়া দি পঠাই দিলে দেৱানে চন্দ্ৰকন্দলীকে, সনাতনকে দিল্লীৰ পৰা। আৰ দুই উকিলক দুই যোৰ শুক্ল বঁটা জামা ২, পাগ ২, পটুকা ২ গচ, চিটপামক ২ খন, পেচগচ ২ গচ; পাৎসাৰ ঠাই কিছু নিদিলে। পাচে ঢকাৰ ছাস্তা-খাঁ নবাবে দুই কটকীৰ লগত পণ্ডিত-ৰায়ক পঠাই দিলে ৺ৰ ঠাইক। ৺ও লিখাকে জামাযোৰাকে ওচৰলৈকে নি পত্ৰ শুনিলে।

ছাস্তা-খাঁৰ লিখা এই;—

স্বস্তি সদ্গুণনিকেতন-নানাগুণালংকৃত-নিজকুল-কমল প্ৰকাশ নৈক-ভাস্কৰ শ্ৰীযুত বুঢ়াগোহাঁই সুচৰিতেষু—

সৌহাৰ্দ্দপূৰ্ব্বকলেখনং কাৰ্য্যঞ্চ আগে ই থানে সমস্তে কুশল, সি থানেৰ কুশল লেখিয়া সন্তোষ কৰাইবা, আৰু তোমাৰ দুই উকিলৰ সনাতন ও চন্দ্ৰকন্দলীক ৺ৰ হজুৰ ভেজিছিলা তাত আমিও তোমাৰ কাৰণে উমৰাওৰ ঠাই লেখিছিলোঁ। উমৰাও তোমাৰ ৺ক বহুত মেহৰ-স্নেহ কৰিয়া তোমাৰ দুই উকিলক পাৎসাৰ হজুৰ ভেজিছিলে তাত তোমাৰ সেৱা-খেজমতত পাৎসাৰ তোমাৰ ৺ৰ ওপৰ জেমত স্নেহ জেমত মেহৰ তাক তোমাৰ দুই উকিলৰ মুখে জানিবা। আমাৰ উমৰাও তোমাৰ ৺ৰ উপৰে বহুত স্নেহ কৰি এক যোৰা জমদাৰ শিৰপাও দিয়া আপোনাৰ এতবাৰী আদমি শ্ৰীপণ্ডিতৰায় উকিলক ভেজিছে; অতএব তোমাক লাগি লেখোঁ তুমিও ৺যেমনে উমৰাও খোচহাল হয় তেমত কৰিয়া শ্ৰীপণ্ডিতৰায়ক চিতাপে বিদায় দিবা। আৰু এমত ব্ৰাহ্মণ এমত পণ্ডিত তোমাৰ ভাগ্যে সে ৺ তোমাৰ অনুকুল কৰিয়া যায়, ইহাক খোচহাল কৰাবা। তোমাৰ বহুত ভাল হব, ধৰ্ম্ম-কৰ্ম্ম দুয়ো হব। আৰু পেচকচবাদ হস্তা, ৰূপয়া যি কিছু

বাকী ৰহিছে তাকো চমস্ত হাল কৰিয়া তাকিত পঠাই দিবা, দিৰঙ্গ কৰিয়া ৰাখন ভাল নুই, আৰ তোমাৰ আমাৰ প্ৰীতি-একলাসৰ কাৰণে, আমাৰ দিল বহুত খোওে, তোমাৰ দিলতো সি নেদেখো। আজি ডেৰ বৰিষ হ'ল আমি ইখানক আসিলোঁ, তথাপি আমাৰ ভাবুঁৰা হুই জবাব নালিখায় কেমন তোমাৰ। আমাৰ একলাস আৰু দুনিয়াইতো দুই প্ৰীতি-একলাস ৰহে, কিছু নাৰহে। আমি যে তোমাৰ ভালকেহে ইচ্ছা কৰোঁ। আমাৰ লগত প্ৰীতি-একলাসতো ভাল নোহে, আৰ আমি তোমাৰ ভালৰ কাৰণেহে কহোঁ। পাৎসাৰ সেৱা-খেজমতেত দৰোস্ত কৰিলে তোমাৰ ৵ আৰ বহুত ভালহে হবে। অতএব পাৎসা যেমত তাক আপুনি জানা আৰ এমত কৰিবা, যেমনে তোমাৰ নৰনাৰী, গো-ব্ৰাহ্মণ সুখে থাকে তেমত কৰিবা, আৰ বাকী হকিকত তোমাৰ উকিল মাধচৰণ ও পূৰ্ণানন্দৰ মুখত হস্তে শুনিবা বহুত, কি লেখিম আপোনে জ্ঞাতা। ইতি সন ১০৭৪, তাং ২৯, শক ১৫৮৫ পালেহি। ১৩২ ॥

আৰু দিলাল-খাঁৰ এই লেখা—

স্বস্তি সৰ্ব্বমঙ্গলানাং কৃতপৰমপ্ৰিয়দৰ্শী-বিজ্ঞাবৰ শ্ৰীযুত ফুকন বা
ওঁ গোহাঁই সুহৃদবৰেষু—

ফুকনলৈ দিলাল-খাঁৰ চিঠি

শ্ৰীনবাব দিলাল-খাঁ নম্য-দোৱা বিজ্ঞাপকায়ং ধৰ্ম্মাদৃতঃ, এথা কুশল,তোমাৰ দিগেৰ কুশল লেখিয়া প্ৰীতি কৰিবা, পৰং তোমাৰ ৵ৰ কাৰণ আমি ৵ দৰগাতে যেমত উচিত সুপাৰিচ লেখিছিলাম অনুসাৰ ৵ অত্যন্ত কৃপানুভাবে সানুগ্ৰহে পূৰ্ব্ব কৰাৰজীউৰে চুৰূপ ও জৰাও-জমৰদ যে এনায়েত কৰিছেন দোলেগ, ৰস্তম-বেগ হজুৰহাল লৈয়া আসিতেছেন, ইহাৰো পৌচিলে। ৵ৰে অত্যন্ত প্ৰণতি হৈয়া নৈবাদ জ্ঞাপন কৰিবা। আমাৰ দিগেৰ গদাই তোমাৰ দিগেৰ ভোৱানন্দ ব্ৰাহ্মণ কেহু ইহানাৰ সঙ্গে চলায়া দিছি। গদাইৰ হস্তে ৵ৰ কাৰণ আমাৰ নিজনফৰ হাল, একজড়াও ধুকুধুকি, একজড়াও পহুঁচি, কৃষ্ণ এক পোৱাল মালা দিতে পঠাইতেছি, পৌচিব। আৰ পূৰ্ব্বহা ন লেখিছি হস্তী ও ৰজত যে পেচকোচ বাবত ৵ৰ থানে তলব ইহাৰ ওৰদা সম্পূৰ্ণ হ'ল। যদ্যাপি

বর্ষাৰ কাৰণ, নওৱা হস্তী বনহনে নবীন আছিছে ইকাৰণ ইয়াৰ পৰিশোধত ব্যাজ হৈছে, কিন্তু ৰজত আপুনি আছিল। অখন উচিত আপোনাৰ ওবাদামাফিক হস্তী ও ৰজত যে নিয়ম পেচকচ কৰে বাকী তাহা পৰিশোধ কৰিয়া আপনাৰ পুত্ৰৰ ইকা হালা নযাওঁ। আৰ নিয়মেৰ পেচকচ ব্যতিৰেক যে হস্তী ও কৃষ্ণ দৰগাতে ৰাজা ইহানাৰ সঙ্গে চলায়া দেন, ইহাঁত ৰাজাৰ অত্যন্ত প্ৰণতি বিনয় ৺ দৰগাতে জ্ঞাপন হব। ইতি, সন ১০৭৬, তাং ২২ বাইচা, মহৰ্ৰম্, ইতি বাকী গদাই কহিব। আৰ তোমাৰ কাৰণ এক বাজুবন্ধ, পয়যাৰ এক, চলায়া দিতেছি, পৌছিব। সিয়ো পালেহি, শক ১৫৮৫। ১৩৩॥

পাচে তাক তুলি বিদায় দিলে, পত্ৰো এই—

স্বস্তি পৰমোদাৰ-গুণাৰ্ণৱ-নিজকুলকমল-প্ৰভাকৰ-নৰ্দ্দদপখৰ্ব্ব-বৃড়াঙ্গ-ললিত -কলেবৰ-নবৰতাস্মি-দ্বীজদেৰজলধিসম মহামহিম শ্ৰীযুত নবাব দিলাল-খাঁ মহোদাৰচৰিতেষ্—

সৌহার্দ্দপূৰ্ব্বক লেখনং, প্ৰয়োজনঞ্চ, এথা কুশল, তোমাৰ কুশল সৰ্ব্বদা চাহি; আৰু দেখ তুমি গদাইত কৰি কৈ পঠালা ৺ বোলা ৺ তোমাৰ ৺ক প্ৰতি ৰস্তম-বেগ, দোৰ্বেগৰ হাতত বকচিচ্ কাটাৰী ভেজিছে, তাক তুমি অত্যন্ত প্ৰণতি যুগুত হৈয়া জ্ঞাপন কৰাইবা। ইহাকো তুমি কি নিমিত্তে কহিছা, কিন্তু আমাৰ কুশলক বাঞ্ছাহে কহিছা, এতেকে আমিও তোমাৰ বচনক ৰাখি যেমনে সাদৰপূৰ্ব্বকে লৈবাৰ লাগে তাক সমস্তে কৰিলোঁ, আৰু গদাই ৰস্তম-বেগ, দোৰ্বেগ তেনে পৰে দেখা। আৰ তুমি যি হস্তী, ৰূপীয়াৰ কাৰণ কহি পঠালা তাক আমি কাৰ্ত্তিক মহিনে গদাইৰ হাতত ৰচিদ-খাঁৰ ঠাই লাখ ৰূপীয়া ভেজিলোঁ, এখনো ই অহাদিৰ সাতে চৌৱাল্লিস হাজাৰ ৰূপীয়া, চৌৱাল্লিস হস্তী ভেজিলোঁ, আৰ যি কিছু হস্তী, ৰূপীয়া বাকী ৰহিছে তানা তালাস কৰিছোঁ। তিয়াৰ কৰিবাক নোপাৰোঁ, যেখন তিয়াৰ হয় ইহাকো তেখন ভেজিম, আৰ ইমানো কি নিমিত্তে দিৰঙ্গ হৈছে, যাতো সমস্তে

দিলাল-খাঁলৈ ৰুকনৰ চিঠি

লোক উজাৰ এই কাৰণেহে দিৰঙ্গ। আমি যদি দিবাক পাৰোঁ তেবে আমাৰহে ভাঁৰ গুচে। ইহাকতো আমি জানোঁ, আৰু দেখ, তুমিও পূৰ্ব্ব সীমনাৰ নিমিত্তে বচন বুলি গৈছা, সি যেমনে ৰফা পাৰ তেমতখান কৰিবা। আৰ আমি অধিক কি কহিম, আপনি সমস্তে জানা। আৰ তোমাৰ অৰ্থে কস্তুৰী ২০, দস্তাল ২, সুৰাঁগা গুৰি ১ সেৰ, কটাৰী ২০ খন, আৰ তোমাৰ কুশলাদি লেখিয়া সন্তোষিবা। ইতি, শক ১৫৮৫, তেৰিক্ষ ৮, মাস ফাগুন। ১৩৪ ॥

সনাতন চন্দ্ৰকন্দলীয়ে নিয়ে ৰচিদ-খাঁলৈ তিনি গোহাঁইৰ এই লেখা—

এথা কুশল, তোমাৰ কুশল সৰ্ব্বদা চাহি। খোচাল হৈবাৰ কাৰণ যি লিখিছিলা, কিন্তু পণ্ডিতৰায় ছেক-কমলৰ মুখে জানিবা। পৰং পূৰ্ব্বাপৰেও নবাবসকলেও গুৱাহাটীত কথা-বাৰ্ত্তা আমাৰ হোৱা যায়, এখনো সি ঠাইৰ কাৰ্য্য-কামৰ ভাৰ তোমাৰ ওপৰে, ই ঠাইৰ কাৰ্য্য-কামৰ ভাৰ আমাৰ ওপৰে। অতএব ৺ যেমনে খোচহাল হয়, তেমন কৰিবা, তুমি বিশেষ মন বিধাৰাণ গোট হল, কিবা কাম ভাল হয়, কিবা চুৰা হয়, ইহাকতো নাজানি। এতেকে পূৰ্ব্বধাৰাণ গোটাতে ভাল, ইহাকে আপুনি জানা। আৰু হস্তী ৰূপয়াৰ কাৰ্য্য যে কহিলা তাঁ কহিবাক পোৱা; কিন্তু যি কিছু হয় আমি আগুৱা দিছোঁ। আৰ যি কিছু দিবলৈকো আছে তাকো আমি খৰুণা হৈলে দিব। ইহাত কিছু অসন্তোষ নকৰিবা। আৰ বাকি সমাচাৰ যে কিছু হয় তাক উকিলসকলে জনাইবেক। বুঢ়াগোহাঁয়ে সন্দেশ দিয়ে,—গান্ধ ১০, কিৰ্শ্মিজি কতিপ ৫, কটাৰী ১০, ঝালুক ৬ টোপা, হস্তিদন্ত ২, ডুবাকাঠ ২ সেৰ। বৰপাত্ৰ-গোহাঁইৰো গান্ধ ৪, কিৰ্শ্মিজি কতিপ ২, কটাৰী ১২, ঝালুক ২ টোপা। বৰগোহাঁইৰো এই ধাৰণে সন্দেশ। ইতি, শক ১৫৮৭, শ্ৰাবণ মাস; চুলা-গঙ্কীয়ায়ে নিয়ে। ১৩৫ ॥

তিনি গোহাঁইৰ ৰচিদ-খাঁলৈ চিঠি

মহাৰাজাও লিখাকে, জামাযোৱাকে এচৰলৈকে নিব দিলে। শীঘ্ৰে

পণ্ডিতৰায়ক তুলি বিদাই দি পঠালে। তাত পাচে ৰচিদ-খাঁয়ে হস্তী ৰূপয়াৰ কাৰণে মহাৰাজাৰ ঠাইলৈ ছেক-কমলক পঠাই দিলে। লেচাঙ্গত ৺এ ছেক-কমলক তুলি-বলৈ আনিব দিলে। বৰদুৱাৰ পাই ছেক-কমলে

স্বৰ্গদেৱৰ ওচৰত ৰচিদ-খাঁৰ উকিল

বোলে, "মই দোৰ্বেগ, ৰস্তম-বেগৰ লগত আহি ৺ক তচলিমহে কৰিছোঁ, সেৱা কৰা নাই, এখনো মই তচলিমহে কৰিম, সেৱা কৰিব নোৱাৰোঁ।" এই কথা ৺ও শুনি বোলে, "সি পাৎসাৰ অহদি, পাৎসাৰ আজ্ঞাৰে আহিছিল নিমিত্তে সেৱা নকৰি তচলিম কৰিলে। ই কিয় সেৱা নকৰিব?" এই বুলি খং কৰি তাক ওলোটাই বহালৈ নিব দিলে। পাচে ছেক-কমলেও ৺ৰ খং দেখি দুই চাৰি দিন অন্তৰে বোলে, "মই সেৱা কৰিম।" এই কথা শুনি ৺এ মেললৈ নি তাক তুলি বিদাই দিলে। তাত পাচে ৰচিদ-খাঁক তোলাই চৈয়দ পিৰোজ নবাব হৈ চৈয়দ জাফৰ উকিলক পত্ৰ-সন্দেশ দি পঠাই দিলে। ১৩৬॥

পাচে ৺দেও তাক তুলি ৰাখিলে। মাঘ মাস বুঃ ২৩, শক ১৫৮৫। আঘোণত লেচাঙ্গত পাট পাতিলে, নেওগৰ পুত্ৰ-নাতিসকলক মাৰিলে। বৈশাখে ৰাজা অভিষেক হল, শক ১৫৮৬। পৌষে ৰাজা গড়গ্ৰামলৈ আহিল। বাসা গৃহ কৰি তুৰ্ন্ত মাঘত পূৰ্ব্ব পাটত গৃহাৰম্ভ কৰি ৰহিল, শক ১৫৮৬।

চক্ৰধ্বজসিংহৰ ৰাজ্যাভিষেক

ৰাজা হুয়া নেওগৰ জীয়েক দুই জনা কুঁৱৰী মাৰিলে। বৰবৰুৱাৰ জীয়েকক বৰকুঁৱৰীৰ পৰ্ব্বতীয়া কুঁৱৰীৰ বিষয় দিয়া কুঁৱৰী পাতিলে। কুঁৱৰীয়ো ৰাজ্য পাই কিছু গৰ্ব্ব বাঢ়িলহেন মহাৰাজা চক্ৰধ্বজে জানি গৰ্ব্ব চূৰ কৰি মেচাঘৰীয়া বৰগোহাঁইৰ জীয়েকক বৰকুঁৱৰী পাতিলে। বৰবৰুৱাৰ জীয়েকক পৰ্ব্বতীয়া কুঁৱৰী পাতিলে। শক ১৫৮৬ চৈত্ৰ মাস। ১৩৭॥

আৰ পুনৰ্ব্বাৰ বঙ্গালে মহাৰাজাত ৩ লাখ টকা, নৰৈ হস্তী খুজি অধিক গৰ্ব্ব বচন বুলিলে চৈয়দ জাফৰ কটকীত কৰি। এই কথা শুনি ৰাজা চক্ৰধ্বজে মহাক্ৰোধ কৰি বচন বুলিলে,—"বঙ্গালৰ অধীন হুই থাকিবতকৈ মৰণেহে উচিত।" তাত পাচে মহাৰাজা পাত্ৰ-মন্ত্ৰী সহিতে আলচ কৰিলে বঙ্গালক ধৰিবাক প্ৰতি। সেই বেলা বৰবৰুৱাৰ পুতেক লাছিত-ডেকাক

চক্ৰধ্বজসিংহৰ যুদ্ধৰ আয়োজন

বৰফুকন পাতি পঠালে কলিয়াবৰলৈ কুকুৰা ঠেং চাই। ই ঠাইতে বঙ্গালৰ কটকীকো ৰাখিলে। যুদ্ধ কৰিবাকো আজ্ঞা দি পঠালে বৰফুকনলৈ। আৰ বৰগোহাঁই, বুঢ়াগোহাঁই, বৰপাত্ৰৰ-গোহাঁইকো যুদ্ধলৈ পঠালে। সেই বেলা বৰগোহাঁই ফুকন, চাৰিঙ্গীয়া ফুকন, বৰবৰুৱাৰ পুত্ৰ নিমাতী ফুকন, দিহিঙ্গীয়া ফুকন, নাওবৈচা সন্দিকৈ-ফুকন, এইসকল প্ৰমুখ্যে সমস্তে লোক পঠালে গুৱাহাটী মাৰিবলৈ। ভাদ্ৰ মাস, শক ১৫৮৭। প্ৰথমে দিহিঙ্গীয়া ফুকনে বাঁহবাৰীত কোঠ মাৰিলে, লাল-বেগ, ৰোচন-বেগক ধৰিলে, ঘোঁৰা পালে ২টা, ঢাল তৰোৱাল পালে কিছু। ১৩৮॥

যুদ্ধ আৰু বঙ্গালৰ পৰাজয়

তাঁত পাচে সমস্ত লোকে গৈয়া কাজলীত যি কিছু বঙ্গাল আছিল, নিশেষ কাটিলে। যি পঞ্চ সৰ্দ্দাৰ আছিল সিয়ো পৰিল। উত্তৰকোলে যি বঙ্গাল আছিল তাকো কাটিলে, তেবে গুৱাহাটীত ধৰিলে যাই আহোমে। দিহিঙ্গীয়া ফুকনে নাওবৈচা ফুকনে দুখন কোঠ ছাহবুৰুজত উত্তৰকোলে দিছিলে। এই সময় বঙ্গালেও ইটাখুলি বাজ দুই আহোমক ধৰিবাক গ'ল। পাচে তাৰে এক কোঠত বঙ্গালে ধৰিলেহি। কলঙ্গুৰ পুতেকে আগবাঢ়ি খেদি ধৰিলে, দুইকো দুই সমুখ হল, হাতে হাতে কটাকটি কৰিলে। পাচে কলঙ্গুৰ পুতেকক ঘা মাৰিলে; কথমপিহে জীলে। পাচে উত্তৰ-কোলে বিস্তৰ লোক কাটিলে। লান্মাখৰুৰ পুতেক অভয়পুৰীয়া ৰাজ-খোৱা, কলঙ্গুৰ পুতেক দিখৌমুখীয়া ৰাজখোৱা, দুই প্ৰমুখ্যে আনো-লোক দুই-চাৰি পৰিল। তথাপি মহাৰাজাৰ ভয়ত থাকি ফুকনবোৰে নেৰিলে। তাত পাচে আমাৰ লোকে ইটাখুলিত পুৰতি নিশা গড়ত উঠিলহি। সেই যুদ্ধত নোৱাৰি বঙ্গাল ভাগিল। বঙ্গালেও দিন-চাৰেকৰ পাচে নাৰে ধৰিলেহি, নোৱাৰি বঙ্গাল ভাগিল। সেই ভঙ্গে গুৱাহাটীৰো লোক ভাগিল। কাৰ্ত্তিকৰ ১৬ দিন যাওঁতে ইটাখুলি মাৰি আহোমে ললে। যত বঙ্গাল আছিল তাকো কাটিলে। গুৱাহাটী এৰি বঙ্গাল পলাল, শক ১৫৮৭। হাতী, ঘোঁৰা, হিলৈ, টকা, মাল, যি কিছু পাৎ-সাৰ ভণ্ডাৰত আছিল সমস্তে আহোমে পালে। আৰু চৈয়দ পিৰোজ-খাঁ,

নবাব, ছৈয়দ চালা সৰ্দ্দাৰ, মীৰ-বকৃচিক আৰ যতলোক ভাগি পলাল তাকো আহোমে খেদি গৈ মানাহামুখত ভেটি ধৰি আনিলে; কতো কাটিলে, আৰুবোৰ গড়গাৱঁলৈ আনিলে। আহিলা-পাতি বিস্তৰ পালে। ছৈয়দ পিৰোজৰ বেটা পাহৰ-খাঁ, ছৈয়দ হুচন এৰাই গ'ল। আৰু আমাৰ লোক-জন যি খানখানায়ে আগে ধৰি নিছিলে তাকো পাই আনিলে। বঙ্গালক মাৰি ৰণ জয় হ'ল। তাত পাচে ৺দেৱে গোহাঁইবোৰেৰে আলচিলে গড় বান্ধিবলৈ। ১৩৯ ॥

পাচে বাঁহগৰীয়া বুঢ়াগোহাঁইক ৺ৱে পাঞ্চিলে, বোলে, "গুৱাহাটীতে আমাৰ লোক যিমতে ৰহিব পাৰে তাকে চল চাই গড়খন বান্ধাগৈক যাই।" পাচে গোহাঁয়ে ৺ তাৰ আজ্ঞাই আহি বৰগোহাঁই, বুঢ়াগোহাঁই, বৰফুকন, এইসব প্ৰমুখ্যে যত ফা-ফুকন আছিল সমস্তে সমালোচন কৰি মহাৰাজা চক্ৰধ্বজৰ আজ্ঞায়ে বিশ্বকৰ্ম্মে নিৰ্ম্মিত হেন উত্তৰকোলে, দক্ষিণকোলে গড় বন্ধিলে। বৰফুকনো নিতান্তে সাষ্টমে ৰহিল; শক ১৫৮৯, মাস ফাল্গুন। ১৪০ ॥

গুৱাহাটীত গড়

তাত পাচে অৰং-ছা পাৎসা শুনিলে, পুনৰ্ব্বাৰ আচামে গুৱাহাটী শৰাইঘাট ললেহেন, ছৈয়দ পিৰোজ-খাঁ নবাব আদি কৰি সমস্তে উমৰাও লোক ধৰি নিলে আহোমে, আৰ পাৎসাৰ মানুহ সকলো পৰিল। আৰ মান্ধাতাৰ নাতি জয়সিংহৰ বেটা ৰাজা ৰামসিংহক পঠালে গুৱাহাটীৰ গড় দাঙ্গি আহোমৰ দেশ উদ্ধাৰ কৰিবলৈ। পাচে ৰাজা ৰামসিংহে আহি চৈত্ৰে প্ৰবেশ হ'ল, শক ১৫৮৯। ৰামসিংহই শৰাইঘাটত দেখা দিলেহি; শক ১৫৯০, মাস ফাল্গুন। ৰামসিংহ আহি জুগুৰি ঘোপাত থাকি পিৰোজ-খাঁক ১৪ মানুহ সহিতে পত্ৰ-সন্দেশ দি সৰুজনা ফুকনলৈ বীৰত্ব বচন লেখি পঠালে, বোলে, "শুনিছোঁ তয়ো বৰবৰুৱাৰ বেটা; ডাঙ্গৰ মানুহ। ময়ো অম্বেৰৰ মান্ধাতাৰ নাতি ৰাজা ৰামসিংহ।" বোলে, "তাঞ্জি মোক দুই ঘৰি লেৰ্ঢ়াই দিব। আৰ কোনো বস্তুৰ যদি কমি থাক আমাৰ ঠাই লেখিব, তাক আমি চলাম।" ১৪১ ॥

শৰাইঘাটত ৰামসিংহ

পাচে ফুকনে তাক আনি দপদৰত-তুলি ইটাখুলিত উকিলক ৰাখিলে। পাচে ফুকনে ৮ জনাই বোলে, "তুই ঘৰি লেৰ্টাই দিব হেন যি বুলিছে আমি তুই ঝৰিষ লেৰ্টাই কৰিম। আৰ দূৰদেশৰ পৰা তাঞিও আহিছে যদি কোনো বস্তু নপহুছেহি আমাৰ ঠাই লেখিব, আমি দি পঠাম।" এই বুলি, কোমোৰাখোৰাকে, সোন্দৰকে পত্ৰ-সন্দেশ কিছু দি পঠাই দিলে। তাক আগচকীয়ালে পাই হাতত জৰী দি বান্ধি ঘোঁৰাৰ জীনত আৰি ৰামসিংহৰ আগ কৰিলে। পাচে ৰামসিংহে তুই উকিলত সুধিলে, বোলে, "তইঁত কোন?" বোল্লে, "আমি উকিল।" "যদি উকিল, চিহ্ন কি?" বোলিল, "চাহেব, পত্ৰ-সন্দেশ আমাব লগত আছে।" পাচে মেলি দেখালত প্ৰমাণ পাই, ঘোঁৰাৰ জীনত আৰি যিটে নিলে তাক দায় ধৰিলে উকিলক কিয় এমত কৰে। সি বোলে, "চাহাব, এমত কথা আমাত কোৱা নাই, দাচুচ বুলিহে পাকুৰি আনিলোঁ।" মহাৰাজা চক্ৰধ্বজেও বৰগোহাঁই প্ৰমুখ্যে ডাঙ্গৰীয়াবোৰকো যুদ্ধক লাগি পঠালে। শৰাইত বুঢ়াগোহাঁই ৰহিল। পাণ্ডুত বৰগোহাঁই, কুকুৰাত বাঘচোৱাল বৰপাত্ৰ-গোহাঁই, শৰাইত দিহিঙ্গীয়া ফুকন, পানীত নাওবৈচা ফুকন, পাণ্ডুত বৰগোহাঁই ফুকন, অসুৰ-আলিত কলিয়াবৰীয়া ফুকন, ৰংমহলত চাৰিঙ্গীয়া ফুকন, আন্ধাৰুত বৰফুকন, এই ক্ৰমে সকলো যুদ্ধক সমুখে সৱাধানে ৰহিছে। ১৪২ ॥

যুদ্ধৰ সমাৰোহ

তাত পাচে বঙ্গালে যুদ্ধ দিলে। আমাৰো বৰফুকন প্ৰমুখ্যে সবে ফুকনবোৰে, শুক্ৰবাৰে ১১ দিন গতে বৈশাখ, জেষ্ঠ, আষাৰ, শ্ৰাৱণ, এই চাৰি মাস মহা যুদ্ধ কৰিলে। তথাপি বঙ্গালে লব নোৱাৰিলে গুৱাহাটী। যৱনো স্তম্ভি ৰহিল গুৱাহাটী আবৰি গড় ভাঙ্গিবাক মনে। পাচে বঙ্গালে পাণ্ডুয়েদি গাত খানি গাতত খাৰ ভৰাই এক বেঞঃ গড় ভাঙ্গিলে। সেই বেলা যন্ত্ৰ অনুকূল হ'ল। এতেকে আচামে তৎকালে উপায় কৰি গড় বান্ধিলে। পুনৰ্ব্বাৰ সাৱধানে ৰহিল। পাচে পাণ্ডুয়ে নোৱাৰি শৰায়ে গাত খানি খাৰৈ পুতি চৰিটা বঙ্গাল গড়ত উঠিলহি। আচামে ডাঙ্গৰ কাঠ বগৰাই,

শৰাইঘাটত যুদ্ধ

পঠালে। কাঠৰ লগতে বাগৰি হাড়-মূৰ ভাগি মৰিল, উঠিব নোৱাৰিলে। আৰ বৰদেউনীয়া আহি লঠিয়াতে কাণ্ড-গুলি নোপোৱা ঠাইত কাঠ-গড় দি থাকিলহি। গড় আধা বান্ধা হুইছোতে বুঢ়াগোহাঁইয়ে লোকজনক গড়ৰ পৰা ওলাই ধৰিব দিলেগৈ। তেবে বৰদেউনীয়া ভাগি পলাল। কটা এৰি জীয়া মানুহ পালে ৫১টা, ভীমৰাঁই বৰুৱাক পালে, আহিলা-পাতি পালে কিছু। পাচে বঙ্গালে হুঁহকি আগিয়াঠুঠিৰ পৰ্ব্বতত ৰহিলগৈ; আষাৰ মাস, শক ১৫৯১। পাচে গোহাঁইবোৰে ৰহিল গড়ত। ফুকন-বোৰক ঘোঁৰাকোঁৱৰে ৮ আজ্ঞায়ে আহি দুৰ্ব্বচন বুলিলত পুৰতী নিশা ওলাই আলাবৈত বঙ্গালক ধৰিলেগৈ, বঙ্গালো ভাগে হেন হ'ল। পাচে ঘোঁৰা মেলি বঙ্গালে ধৰিলেগৈ, বিস্তৰ লোক পৰিল। আচাম ৰহিব নোৱাৰি পুনৰ্ব্বাৰ গড়তে ৰহিলহি। পাচে আগিয়াঠুঠিৰ পৰা চেচালৈকে জুৰি বঙ্গাল ৰহিল। আচামেও ওলাই শ্ৰাৱণ মাস, বৃহস্পতিবাৰে, ২৮ দিন গতে আলাবৈত, পচতীয়াত বঙ্গালক খেদি ধৰিলেহি। আহোমৰো দশ হাজাৰ লোক পৰিল। বলে নোৱাৰি আহোমেও উলটি গড় ভিতৰত সোমালেহি, শক ১৫৯১, মাস শ্ৰাৱণ, বৃহস্পতিবাৰ, ২০ দিন গত। ১৪৩॥

পাচে বঙ্গাল দৰঙ্গলৈ উজাই গ'ল। সেই বেলা পানীত বৰ যুদ্ধ হ'ল। আহোমকো হেঁাহোঁকাই আমৰাজুৰিলৈ আনিলে। পাচে বৰ-ফুকনে খেদি গৈ পাচৰ পৰা মনুহ গদিয়াই যুদ্ধ কৰালে, বঙ্গাল অনেক পৰিল। পানী সৰ্দ্দাৰ ৰছিদ-খাঁ পৰিল, ফিৰিঙ্গি পৰিল। তাত পাচে তিনিবটিয়াত যুদ্ধ হ'ল। তাতো বঙ্গালে নোৱাৰিলে, ১৫৯১ শক। ৰামসিংহে আপোনাৰ জাগ্যাত ৰহিলহি। এই কথা ৮ত কৰলৈ বৰফুকনে ৰাম কটকীক পঠালে, ৮ও আনন্দ হৈ ডাঙৰীয়াবোৰক যোগ্য প্ৰসাদ দিলে। যৱনে উচাদিত ৰাজ্যক ৰাজা চক্ৰধ্বজে পূৰ্ব্বৰতে থাপি পাৎসা সম্মুখ হৈ ৰহিল। তাতি পাচে বনমালী দেৱক নিয়া মহাৰাজা তাঁএিৰ হাতত সমস্তে আগ কৰি ঈশ্বৰত মন সমৰ্পিয়া ভায়েককো শিখা-বোদ্ধ দি ৰাজ্য ভাঁৰ দি চক্ৰধ্বজ ৰাজা স্বৰ্গী হ'ল ১৫৯১ শকত, ভাদ্ৰ মাস। ১৪৪॥

চক্ৰধ্বজৰ মৃত্যু

তাত পাচে ৰামসিংহে মীৰকে ৰামহৰি কাৰ্জিকে পত্ৰ-সন্দেশ দি পঠালে, বোলে, "আমাক গুৱাহাটী চাৰি দিয়ক, পূৰ্ব্ব ধাৰণে প্ৰীতি হৈ থাকোঁ।" এই বুলি পঠাই দিলে।

পত্ৰো এই—

স্বস্তি সমস্তাৰিকুল-শুষ্কাৰণ্যদাৱাগ্নি-সদৃশ-সকল-দিগ্‌সুন্দৰী-কৰ্ণপুৰীকৃত-কীৰ্ত্তিপুষ্পক সকলশক্ৰমস্তকমণি-নিৰাজিত-চৰণকমলযুগল-স্বকুশলশতপত্ৰ-প্ৰকাশৈকৈকাদিত্য সমস্তাসা-কৰ্ণস্ফালন-সমীৰণ-স্বনিত-প্ৰতাপানল-ৰাজবল্লভতৰেষ্ শ্ৰীমৎবৰুৱা-ত্মজেষ্ ফুকনেষ্—

ৰামসিংহৰ লাছিত ফুকনলৈ চিঠি

পৰম প্ৰীতিপূৰ্ব্বক লেখনং কাৰ্য্যঞ্চ আব বিশেষ আমৰা লিখা সমেত তোমাৰ সেথানে ও এখন চাজুআ ও আবদুলা দোনা মনুধ্যকে ভেদ কৰিয়া আছি, এতেকে এমত প্ৰীতি লাল নাসে তোমাৰ পিতাব চাতে নবাব আহ্‌লায়াব-খাঁৰ সঙ্গে প্ৰাচুৰ্য্য কৰিছিলেন। ও এখন যদি তোমবা তবে কৰিতে যত্নে থাক তবে তেবে তোমাব যশপ্ৰতিষ্ঠা নাহৈবাব নাহি, বৰাই হৈবেম। আৰ দোদলৰ্ম্মধ্যে সুবৰ্ণকে ৰূপয়া স্তম্ভনিৰ্ম্মায়ত কাৰণ হদক ডাৰিবেন তবে যি প্ৰীতিসকল ভাৰ কৰিছ তে প্ৰীতি ইহ ভাৰ তোমৰা যে কাৰ্য্য কৰিবেন ইথানে হাম প্ৰতিষ্ঠা সব তোমাৰ, যাতে এই প্ৰীতি চন্দ্ৰ-সূৰ্য্যাবধি অতএব প্ৰীতিবিৰ্জখনি সান বৈসবেন সেৰূপ সাৰহিত চাকৃত কৰিছা ইহাৰ প্ৰত্যুত্তৰ চিতাপ পহুছাইবা। আৰ অধিক কি লেখিম। আপুনি সমস্তে জ্ঞান। ইতি, শক ১৫৯১। সন্দেশ—বানাত ১ খন, কাচৰ বান ৪টা। ১৪৫।৮

বৰফুকনৰ ৰামসিংহলৈ চিঠি

আৰ পাচে বৰফুকনেও মীৰকে ৰামহৰি কাৰ্জিকে ভুলি কুশলাদি বাৰ্ত্তা পুচি বোলে, "ভাল, মোৰ পিতৃয়ে আহ্‌লায়াব-খাঁয়ে যি প্ৰীতিগোট কৰিলে সেই যশস্যা অদ্যাপিও কহে। এখনো যদি তেমন খাৰ্ন কৰিব পাৰা তোমাৰ আমাৰ প্ৰীতিগোট চন্দ্ৰ দিবাকৰ থাকেমানে যশস্যা ৰহিব। এতেকে এই প্ৰীতিক যদি ইছা থাকে তেবে পণ্ডিতৰায়ক পঠাব। এই বুলি এক লেখাদি নিমকে ৰামচৰণাকে মীৰ, ৰামহৰি কাৰ্জিৰ লগত পঠাই দিলে।

পত্ৰো এই—

স্বস্ত্যশেষ-গুণবিভব-পাণ্ডুৰ-যশ-বৃন্দাস্ফাইত-প্ৰবৰদ্বিজন-শান্তাশ্বান্ত-
সন্তোষসংস্কাৰক শ্ৰীশ্ৰীযুত মীৰ্জাৰাজা-জয়সিংহাত্মজেষু—

সুশয় লেখনং পৰং কাৰ্য্যঞ্চ আদৌ এখানে কুশল। পৰং তোমাৰ মঙ্গল, পৰং তোমাৰ মঙ্গলৰূপ কুশলক সদা পৰিবাঞ্ছি। আৰ অপৰ বিশেষ তুমিতো এখন চাজুআ আৰ আবদুলাক পঠায়া যিৰূপ বাৰ্ত্তাক কহিছা সিৰূপ মিত্ৰাতি-পথ যদি এখন তোমাত হন্তে ৰহিত তবে মিত্ৰৰ সাপেক্ষ ভজিব যে মিত্ৰৰ মোক্ষ কাম এইহে যোগ্য। শ্ৰীযুত বৰবৰুৱা মোৰ পিতৃয়ে আহ্লায়াৰ-খাঁ সহিত প্ৰীতিগোট কৰিছিলে সেই যশস্যা অদ্যাপিও প্ৰকাশ কৰে 'এখনো যদি তেমন খান কৰিব পাৰা তোমাৰ আমাৰ চন্দ্ৰ-দিবাকৰমানে যশস্যা ৰহিব। এতেকে এইহে প্ৰীতিক ইছা থাকে যদি তেবে মোৰ ঠাইক পণ্ডিত ৰাইক পঠাই দিবা। আৰ অধিক কি কহিম। তুমিও অম্বেৰৰ অধিপতি জয়সিংহৰ বেটা মান্ধাতাৰ নাতি। এমন জনৰ যে কড়াৰ কৰি প্ৰীতি যে কৰা যাব একে চাৰু সুযোগ্য ব্যবহাৰেসে হয়, অন্যমত নাহয়। আৰ আম্মাৰ ঠাইৰ সমাচাৰো শ্ৰীনাৰাণ আৰ ৰামচৰণ তোমাৰ হায়ালে কহিবেক। ইতি, শক ১৫৯১।

সন্দেশ দিলে,—হস্তিদন্ত ৪টা, গান্ধ ৬টা, কটাৰী ৮ খন, আগৰ কাষ্ঠ ১০ সেৰ, গাঠিয়ন ১ মোন। ১৪৬॥

পাচে নিমকে ৰামচৰণকে দৰ্বাৰলৈ নি তুলি ৰামসিংহে কুশলাদি বাৰ্ত্তা পুচি বোলে, "ভালা, মই মীৰকে পণ্ডিতৰায়কে পঠাই দিম। তোমালোকে বৰফুকনলৈ জনাই পঠা।" পাচে নিমে ৰামচৰণে বৰফুকনলৈ জনাই পঠালে। ফুকনেও পণ্ডিতৰায় আহিবৰহেন শুনি কৌপটিয়া কটকীত কৰি ৺লৈ জনাই পঠালে। ৺ও শুনি বঙ্গালৰ কটকী তুলিবলৈ চন্দ্ৰতাপ, দলচা কটকীক তামোলপাণ সোণৰ-ৰূপৰ কাঁহি যতন কৰিলে। বঙ্গালক দিবলৈকো সন্দেশ,—হস্তিদন্ত, গান্ধ, আগৰ কাষ্ঠ, গাঠিয়ন, কটাৰী, ঝালুক, পাট-কাপোৰ, এইসকল দিবলৈ যত্ন হল। পাচে ৰামসিংহে নিমকে ৰামচৰণকে

ৰামসিংহই গুৱাহাটী খোজে

পুনৰবাৰ দৰ্ব্বাৰলৈ নি বোলে, "বাৰম্বাৰ উকিল গতাগত কৰে, কাৰ্য্য কামতো কিছু নহল। ইবাৰ মই উকিল নপঠাওঁ। সৌগন্ধ কৰি বোলো, ইহাক কৰি যাই মোক গুৱাহাটী চাৰি দিয়ক। আৰু ছৈয়দ পিৰোজৰ বেটাকে ছৈয়দ চালাকে এৰি দিয়ক। আত কৰি যদি মই অধিক খোজো বঢ়াকৈ বোলো, এই হাতৰ তঁৰোৱালে কাটিব, এই পৰমেশ্বৰীয়ে মোক খাব।" আৰু কণ্ঠৰ মুক্তামণি হাতে ধৰি বোলে, "এই মহালক্ষ্মীয়ে মোক এৰিব, আৰ মোৰ উৰ্দ্ধপুৰুষসকল নৰ্কগামী হব। এই কথাও যদি সঞ্জাত নাযাব তেবে লোহিতৰ মাজত মাধগোসাঁই আছে, মণিকূটত শপত কৰিম। বৰফুকনে যদি এই কথা মানে, তবে যাকে খোজে তাকে দিম।" এই বুলি উকিল-পত্ৰ নিদি নিমকে ৰামচৰণকে ফিৰাই পঠালে। ১৪৭॥

এই কথা ৺এ শুনি যি বস্তু আণ্ডাইছিল তাকো ৰাখিলে, বৰফুকন প্ৰমুখ্যে সমস্তে লোকে গুৱাহাটী এৰি দিবলৈ ইছা হ'ল। পাচে বুঢ়াগোহাঁয়ে বোলে, "আমি গুৱাহাটী এৰি দি কোন ঠাই ৰহিম? পাৎসা নেকি ৰামসিংহৰ শপততে ৰহিব?" পাচে ৺ও বুঢ়াগোহাঁইৰ পক্ষকে ৰাখিলে, গুৱাহাটী এৰি নিদিলে। তাত পাচে বঙ্গালেও নাৰে-তৰে পাণ্ডু-শৰাইঘাটত ধৰিলেহি। পাচে যুদ্ধ ভঙ্গ হৈ বঙ্গাল ভাগিল; ভাটীয়াই আগিয়াঠুঠিত ৰহিলগৈ চৈত্ৰ মাসত, শক ১৫৯২। তাত পাচে ৰামসিংহৰ পুত্ৰক পাৎসাৰ ঠাইত মছলমানিক কৰেহেন দুঃকীৰ্ত্তি শুনিয়া গৈল, যেন যুদ্ধ নকৰি এই এক কথা কয়। তাত পাচে ৰামসিংহে মিত্ৰ হওঁ বুলি গড় খুজি পঠালে কটকীত কৰি। পাচে উদয়াদিত্য ৰাজা প্ৰীতিয়ো নহল গড়ো নিদিলে। পাচে ৰামসিংহে আগিয়াঠুঠিৰ পৰা ৰঙ্গামাটিলৈ গ'ল। পাচে এই কথা কবলৈ ৰাম কটকীক পঠালে। ৺ও শুনি আনন্দ হৈ সমস্তকে যথাযোগ্য প্ৰসাদ দিলে। ১৪৮॥

বুঢ়াগোহাঁয়ে গুৱাহাটী নেৰিলে

তাত পাচে বৰফুকনো মৃত্যু হ'ল। তাঁহঁতৰ ককায়েক নিমাতী ফুকনক বৰফুকন পাতিলে। উদয়াদিত্য ৰাজাও তিনিজনা গোহাঁই আদি কৰি সমস্তকে বৈৰাগীত শৰণ লগালে। মোৱামোৰা আদি কৰি সমস্তে

ঠাকুৰবোৰক শৰণ লগাবলৈ ধৰিলে। পাচে সকুজনা গোহাঁয়ে মনে মনে সমস্তেৰে সমালোচন কৰি ৰাত্রিয়ে উদয়াদিত্যাকে ধৰিলেগৈ। চাৰিঙ্গীয়া বৰবৰুৱাক পাপং নেওগক থিতাতে কাটিলে। ১৫৯৫ শকত, ভাদ্র মাসত, মধ্য-ৰাত্রি সৰু গোহাঁয়ে উদয়াদিত্যক মাৰি ৰাজা হ'ল। পাচে বৈৰাগীকো মাৰিলে, লোহিত্যাতো যজ্ঞ কৰিলে। তাত পাচে অভিষেক হৈ ৰামধ্বজ নাম ললে; শক ১৫৯৬। ১৪৯॥

লাচিত বৰফুকনৰ মৃত্যু

চুটিয়াকো মাৰিলে, তাত পাচে অনেক উৎপাত হল। নগৰ তল গল। ডাঁৰিকাত ভালুক পৰিল। চাৰিং ৰাজা, বাৰুকীয়া বৰগোহাঁই, দুইকো মিছা বাদ দি মাৰিলে। তাত পাচে ৰামধ্বজ ৰাজাৰ ভস্মসাৰ হল। মৃত্যু হব হেন জানি ফুকনবোৰ সমন্বিতে আলচ কৰি উদয়াদিত্যৰ পুত্র কলীয়া গোহাঁইক ৰাজা পাতিবলৈ যুক্তি কৰিলে। পাচে দেবেৰায়ে জানি ফুকনবোৰকো বৰাবুৰুককো ৰাত্রিয়ে কাটি শালত দিলে। পাচে ৰামধ্বজ ৰাজা স্বৰ্গী হল ১৫৯৬ শকত, আষাৰ মাস, বুধবাৰে ১৮ দিন গতে। ১৫০॥

ৰামধ্বজৰ মৃত্যু

তাত পাচে দেবেৰায়ে লাউক পাঞ্চিলে শৰাইঘাটলৈ, বোলে, "ৰাজা নিব দিছে বুলি কৈ ঘোঁৰাকোঁৰৰ ফুকনক বাটতে মাৰি আহিবি।" পাচে লাউৰেও ৩ৰ কথা কৈ শৰাইঘাটৰ পৰা আনি ফুকনকো বৰা-বৰুককো সৰিয়হতলিত মাৰি আহিল। পাচে দেবেৰায়ে চামগুৰিৰ পৰা কুমৰ আনি ৰাজা পাতিলে ১৫৯৬ শকত, মাস আষাৰ, বৃহস্পতিবাৰে ১৯ দিন গতে নিশা। বৰবৰুৱাৰ জীয়েকক কুঁৱৰী পাতিলে। পাচে তিপাম ৰাজায়ো দেবেৰাক মাৰি ৰাজা হবলৈ আহিল। তাকো দেবেৰায়ে পৰ্ব্বতীয়া আলিত খেদিগৈ মাৰিলে, নামৰূপীয়া ৰাজাকো মাৰিলে। পাচে ৰাজা, কুঁৱৰী, চেংধৰা ফুকন, তিনিও আলচিলে দেবেৰাক মাৰিবলৈ। এই কথা দেবেৰায়ে জানি তিনিকো ৰাতিয়ে মাৰিলে; শক ১৫৯৬, মাস শ্রাবণ। তাত পাচে দেবেৰায়ে তুঙ্গখাঙ্গৰ পৰা কুমৰ আনি ৰাজা পাতিলে ১৫৯৬ শকত। এই

দেবেৰাই পতা ৰজা সকল

কথা শৰাইঘাটত বুঢ়াগোহাঁই, বৰফুকনে শুনি ফুকন ৰাজখোৱা সকলেৰে সমালোচন কৰি বুঢ়াগোহাঁইক ৰাজা পাতি দেবেৰাক মাৰিবলৈ উজাই গ'ল। দেবেৰায়ে সকলো উজাবৰ শুনি লাউ-ডেকাক কাটি যাত্ৰা কৰি বাঁহগৰাত যুদ্ধক সমুখে ৰহিলগৈ। পাচে বুঢ়াগোহাঁই বৰফুকন পাবৰ শুনি ৰাজাৰ জোৱাঁই বৰগোহাঁই গড় বাজ হুই ৰহিলগৈ। পাচে দেবেৰা পলাল, ৰাজাও হাইঠাগুৰিত ৰহিলগৈ। পাচে বৰফুকনে ৰাজাকো দেবেৰাকো মাৰিলে; শক ১৫৯৬, মাস আঘোণ। তাত পাচে বুঢ়াগোহাঁয়ে বোলে, "পূৰ্ব্বাপৰেও আমি পাত্ৰহে, ৰাজ-গোষ্ঠৈহে ৰাজা হব পায়।" এই বুলি দিহিঙ্গৰ পৰা কুমৰ আনি ১৫৯৭ শকত ৰাজা পাতিলে। আঘোণত ৰাজা অভিষেক হল। আকাশত অগ্নি জ্বলিল, ধূমকেতু পৰিল। পাচে বুঢ়াগোহাঁইক ধৰিবলৈ কুমৰবোৰে যত্ন কৰিলে। পাচে বুঢ়াগোহাঁয়ে জানি দিহিঙ্গীয়া ৰাজাক ধৰিবলৈ দোলায়েৰে গড়ভিতৰ সোমালেগৈ। পাচে দিহিঙ্গীয়া ৰাজাই জানি নেৰিবি বুলি খেদি আহিল। গোহাঁয়ে ৰব নোৱাৰি পলাল দোলা এৰি, দিহিঙ্গলৈ উজাই ভটীয়াই গল; শক ১৫৯৭। পাচে বুঢ়াগোহাঁই শালকুমৰত বৈ উত্তৰকোল দক্ষিণকোলৰ লোক বৰাই বৰফুকনলৈকো জনাই পঠালে। ফুকনেও মেচা বৰবৰুৱা আদি কৰি ফুকন, ৰাজখোৱা, হাজৰিকায়া, লোকজনক বুঢ়াগোহাঁইৰ ঠাইক পঠালে। দিহিঙ্গীয়া ৰাজাও সাধুসবো সত্য কৰি বুঢ়াগোহাঁইৰ তলৈ পঠালে। পণ্ডিতসকলকো পাঞ্চিলে তত্ৰাপি গোহাঁই নাহিল। ৰাজাও যুদ্ধক মনে সিংহ দুৱাৰত ৰহিলগৈ। পাচে দুইবো প্ৰধান যুদ্ধ হ'ল। ৰাজাও যুদ্ধ ভঙ্গ হুই নগৰত ৰহিলহি। চাৰিও কোঁৱৰ পলাল। গোঁহায়ো আহি শাকবাৰী নাওশালিত থিত হল; ৰাজাৰো চক্ষু কাঢ়িলে, এতেকে ৰাজাও স্বৰ্গী হ'ল ১৫৯৮ শাকে, বুদ্ধবাৰে। চাৰিও কোঁৱৰক মাৰিলে। পাচে পৰ্ব্বতীয়া কোঁৱৰক আনি ৰাজা পাতিলে। বুঢ়াগোহাঁই জীয়েকক কুঁৱৰী পাতিলে, শক ১৫৯৮, বৃহস্পতিবাৰে। বৰফুকনৰ জীয়েকক পৰ্ব্বতীয়া কুঁৱৰী পাতিলে। বুঢ়াগোহাঁয়ে জপং গোহাঁইক বৰগোহাঁই পাতিলে। কেন্দুগুৰীয়া বৰপাত্ৰৰ নাতিয়েক বৰপাত্ৰ পাতিলে। উদয়াদিত্য ৰাজাৰ পৰা পাত্ৰৰ অধীন হল। ১৫১ ॥

তাত পাচে মেটেকিয়াল বুঢ়াফুকন আছিল। এক বৎসৰ পাচে ঢকাৰ পৰা ছাস্তা-খাঁ নবাবৰ বেটা আব্‌দুল নছিৰ-খাঁ নবাবলৈ কৈ পঠালে, বোলে, "পাৎসাৰ বেটা চুল্‌তান সাজুমে ১,০০,০০০ ঘোঁৰা, ৩০০ হস্তী সহিতে ৰাজমহল প্ৰবেশ হৈছোঁ বুলি মোলৈ বাৰ্ত্তা দিছে, আৰু বুলিছে মামাশ্বশুৰ বৰফুকনলৈ এক যোৰ চিৰপাৱ এক লেখা দি ইয়াক কৈ পঠাইছে। পূৰ্ব্ব সীমনাত সিবোৰ ৰহিব আমিও পূৰ্ব্ব সীমনাত ৰহিম। পূৰ্ব্বে যেমতে ধাৰাণে একলাস প্ৰীতি চলিছিল এখন তেমত হব; যদি এমত নহয় তবে যিকিছু গো-ব্ৰাহ্মণ হানি হয় তাৰ ভাৰি বৰফুকনে পাব। ইহাৰ প্ৰত্যুত্তৰ শীঘ্ৰে কৈ পঠাব।"

নবাব আৰু স্বৰ্গদেৱৰ চিঠি

এই বুলি এখনি ফাৰ্চি লিখা পঠালে। তাৰ অৰ্থে অনুসাৰে বৰ ফুকনলৈ আব্‌দুল নাছিৰ-খাঁয়ে বঙ্গলা লিখা লিখি দুয়ো খানি লিখা এক যোৰ সিয়া কাপোৰ সহিতে বাদুলিৰ মানুহ এটিয়ে সৈতে আৰু অটা মানুহ দি পঠালে। ভাদ্ৰ মাসত বৰফুকনৰ ঠাই পালতগি কলীয়া কটকীত কৰি ৵লৈকো ৰুকুং বুঢ়াগোহাঁইলৈকো জনালে। ই ঠাইত পত্ৰ বুঢ়াফুকনে শুনি বিধাৰণহেন দেখি লিখাৰো সমাচাৰ জনালে। মহাপাত্ৰ ৰুকুং বুঢ়াগোহাঁই এইখান বুলিব দিলে, "পূৰ্ব্বাপৰে সিয়া কাপোৰ দিয়া নাই, এখন ধাৰণ এৰি সিয়া কাপোৰ কিসক দিলে। বৰফুকনৰে ছাস্তা-খাঁৰে সমান পত্ৰহে লিখিব পাই। বৰফুকনৰ নাম তলত লেখি ছাস্তা-খাঁৰ নাম কিয় ওপৰত লেখিলে? আৰ সীমনাৰ খান যিকৈছে সীমনা তাগ্ৰিৰো নহয়। ঈশ্বৰে ৵ যাক যেখন দিয়ে ৵ সেয়ে ভোগ কৰে। ৵ মোৰ সীমনা বোলন এইখান অনুচিত। বিস্মৰণ হৈহে বুলিলে। আৰ ঘোঁৰা হস্তী বিস্তৰ দৰ্শাই যিখান লিখিলা সি তোমাৰ ঘোৰা আমাৰ মানত পশু; যাতো সি আপুনি তীৰ বন্দুক চলাব নোৱাৰে তাৰ কথা কি কব লাগে।" এই বুলি এখনি লিখা দি বঙ্গালৰ মানুহটিক বিদায় দিব দিলে। পত্ৰ-সন্দেশকো ফিৰাই দিলে, বাদুলিৰ মানুহটি গুৱাহাটীতে মৰিল। ইতি, শক ১৫৯৯, কাৰ্ত্তিক মাস। ১৫২॥

কতোদিন থাকি পৰ্ব্বতীয়া ৰজাক চোৰে কাটিলে ৰাজা কথমপিহে জীলে। চোৰো নাপালে। বুঢ়াগোহাঁয়ে ফুকনবোৰেৰে আলচি বোলে, "শৰাইঘটীয়াবোৰেহে মানুহ পঠাই ৺ক কটালেহি।"

চিন্তামণি-গড়

এই কথা শৰাইঘটীয়াবোৰে শুনিলে। আৰু বুঢ়াগোহাঁয়ে চিন্তামণি-গড় বান্ধিলে, শক ১৬০০, মাস ফাল্গুন। ১৫৩॥

## দশম অধ্যায়।

### গুৱাহাটীত নৱাব মনছুৰ-খাঁ।

আত অনন্তৰে লালুক বুঢ়া বৰফুকন প্ৰভৃতি সকলো ফুকনে বোলে, "আমি দেখোঁ গুৱাহাটীৰ গড়ত শত্ৰুক সমুখহে বহিছোঁ। মাজ ৰাইজ্যত গড় বান্ধে কালৈ, আমালৈকেহে বান্ধে?" পাচে সবেও আলচি

নৱাবৰ গুৱাহাটী আক্ৰমণ

বাহুলি ফুকনৰ তলৈ মানুহ পঠালে। বঙ্গালেৰে কথা-বাৰ্ত্তা হৈ গুৱাহাটী এৰিবলৈ যুক্তি কৰিলে। আৰু বৰফুকনে সমস্তৰে সমালোচন কৰি বুঢ়াগোহাঁইলৈ আহিলা-পাতি খুজি পঠালে, তাকো নিদিলে। এতেকে গুৱাহাটী এৰি সবে উজাই আহিল। নবাব মনছুৰ-খাঁয়ে সুদা চেগ পাই গুৱাহাটী ললেহি। পাচে বুঢ়াগোহাঁয়ে গুৱাহাটীয়াসকল আহিবৰ শুনি সৈসৈন্যে সহিতে খেদি গ'ল। বৰফুকনো কলিয়াবৰত ৰহিল। পাচে কিৰ্কিৰীয়া ফুকনে টেপৰতলীয়া ফুকনক মৌ ফুকনক, দুইকো ধৰিলে। পাচে বুঢ়াগোহাঁই ভাগি প'লাল। সাতসৈয়াত খেদি ধৰি কলিয়াবৰলৈ নি ৰখা দি থলে, শক ১৬০০। ৰজাও পৰ্ব্বতলৈ পলাল। পাচে বৰফুকন বোলে, "৺এ চিন্তা নকৰিব আৰু এইখন বিচাৰ কৰক। দেৱক কোনে কাটিলে? মাজ ৰাইজত কোনে গড় বন্ধিলে?" পাচে ৰাজা বোলে, "এই সকল বুঢ়াগোহাঁয়েহে কৰিছে মই নাজানো।" পাচে বুঢ়াগোহাঁইক মাৰিব দিলে; গোহাঁইবোৰে মাতি ৰাখিলে। সেই সময়ত চলাব পুতেকক যদুক, দুইকো বঙ্গাললৈ পঠিলে হাঁতী দাঁত, আগৰ কাষ্ঠ, গান্ধ, চামৰ,

সোণাৰ কাপোৰ, পীৰা, সোণাৰ ফণি, পত্ৰ-সন্দেশ দি। বৰফুকনে বোলে, "চলা, তই 'গলে মইহে যাওঁ। পাৎসাৰো পত্ৰত যেনেকৈ ৰাজা বুলি লেখে মোক তেনে কৰিবি।" চলাকো বিস্তৰ বস্ত্ৰ অলঙ্কাৰ দিলে। পাচে চলাও বঙ্গাললৈ গল। ১৫৪॥

তাত পাচে পৰ্ব্বতীয়া ৰাজায়ে মেচা বৰবৰুৱাৰে বৰফুকনক ধৰিবলৈ মন কৰিলে। বৰুৱায়ে বোলে, "অখন ধৰিব নোৱাৰোঁ, একে লগে ব্ৰহ্মপুত্ৰত শপত কৰিছোঁ। যদি কলিয়াবৰলৈ বঙ্গাল আনে দেৱৰ আজ্ঞাৰে ধৰিম অৱশ্যে।" আৰু গড়গয়াঁ সন্দিকৈ-নেওগ তাকো গড় আওঁতাবলৈ বুলি কলিয়াবৰলৈ পঠিয়ালে চলকৈ ফুকনক ধৰিবলৈ। নেওগেও কলিয়াবৰ পাই ফুকনত সঙ্কেতে কলে। তাত পাচে লাপিতিব পুতেক পানী-দিহিঙ্গীয়া ফুকনো গড়গাৱঁৰ পৰা পলাই কলিয়াবৰলৈ গৈ বৰফুকনত সমস্তে কলে। পাচে ফুকনেও ভাই ভাতধৰাক সংশপৎ কৰি ফুকন পাতি থৈ কলিয়াবৰৰ পৰা সসৈন্যে গড়গ্ৰামলৈ আহিল। পাচে ১৬০১ শকত পৰ্ব্বতীয়া ৰাজাক মাৰিলে। সেই শকতে চামৰগুৰীয়া কোঁৱৰক ৰাজা পাতিলে। পাচে চামৰগুৰীয়া লৰা ৰাজাও ছয় মাস লেচাঙ্গত থাকি মেটেকাত পাট কৰি ৰহিল গৈ, ১৬০১ শক, মাস জেষ্ঠৰ ৫ দিন যাওঁতে বৃহস্পতিবাৰ। বৰফুকনৰ জীয়েক বৰকুঁৱৰী ভাতধৰাৰ জীয়েক পৰ্ব্বতীয়া কুঁৱৰী। তাত পাচে চলাক গড়গ্ৰামলৈ বিদায় দিলে বঙ্গালৰ গোবিন্দৰাম কটকীক লগত দি। ঘোঁৰা পত্ৰ-সন্দেশ দিলে। বঙ্গালে পত্ৰতো এইখান লেখিলে, "ৰাজা বৰফুকন, তোমাৰ দোষমনকো মাৰি ৰাজাহৈ থাক। আৰ যিবা দোষমন তাক আমাৰ ঠাই দি পঠাব।" এই বুলি পত্ৰ দি বিদায় দিলে। পাচে সিহঁতো আহি গড়গাওঁ পালেহি। পাচে ফুকনেও আনন্দ হুয়া বঙ্গালৰ কটকী তুলিলে। তাত পাচে পুনৰ্ব্বাৰ তুলি বিদায় দিলে। ১৫৫॥

পৰ্ব্বতীয়া ৰাজাৰ মৃত্যু

তাত পাচে বৰফুকনক মাৰিবলৈ সকলেও আলচি ভোঁটাইক আজ্ঞা কৰিলে। পাচে ভোঁটায়ে ফুকনক খুচি মাৰিলে। তাত পাচে লাম্মাখৰুক বৰফুকন পাতিলে। পানী-দিহিঙ্গীয়া বৰবৰুৱা হ'ল। সবেও আলচি

ভাতধৰাক ধৰিবলৈ খেদি গ'ল কলিয়াবৰলৈ। পাচে ভাই ভাতধৰা কলিয়াবৰৰ পৰা পুতেকটি সহিতে এখনি আগলাগি নাৱেৰে পলাই মনছুৰ-খাঁত মিলিলগৈ। তাত পাচে ৰাজাকো মেটেকাৰ পৰা আনি হাতীশালৰ কোষত পাট কৰি ৰহিল। এই মতে এক বৎসৰ হ'ল। পাচে সমস্তে ভাঙ্গৰীয়া-সকলে সমালোচন কৰি বোলে, "অসামৰ্থ ৰাজায়ে কিকৈ ৰাজ্য ৰক্ষা কৰিব? সামৰ্থ হলেহে ৰাজ্য ৰাখিব পাৰিব।" এই বুলি তুঙ্গখঙ্গীয়া কুমৰক কলিয়াবৰলৈ নি লান্মাখৰু বৰফুকন প্ৰভৃতি সকলো ফুকনে ১৬০৩ শকত অভিষেক কৰি ৰাজা পাতি গড়গাৱঁলৈ পঠাই সৰু লৰা ৰাজাক মাৰিলে। ১৫৬॥

লালুকসোলা বৰফুকনৰ মৃত্যু

১৬০০ শকত আমাৰ মাসত কলিয়াবৰৰ বুঢ়াফুকনলৈ পাৎসাৰ বেটায়ে দিয়া আমাৰ কটকী চলাৰ মাধচৰণ, যদুৰে অনা বঙ্গালৰ পৰা বঙ্গাল কটকী গোবিন্দৰামে অনা এই লিখা, ১৬০৩ শক, কাৰ্ত্তিক মাসত বুঢ়াফুকনক মাৰিলত গদাধৰসিংহ ৺দেৱে চেটিয়া ফুকনলৈ দি পঠালে ঘৰলুৰাত পাই ৰামকন্দলীত কৰি। পাচেও ৰামকন্দলীয়ে গড়গাৱঁলৈ নিলে, তাৰে নকল—

চুলতান আজমতৰাৰ চিঠি

কৃপাযোগ্য দয়াপাত্ৰ শুবচিন্তক ৰাজা বৰফুকন, অনুগ্ৰহ লিখনং কাৰ্য্যঞ্চাগে, আসামৰ ৰাজাই-ৰাজ্য তোমাক দিলে, ইয়াক সত্য কৰি জানিবি। সি ৰাজ দি তোমাৰ ৰাজাইকা নিমিত্ত মহামদকা হুজুৰ থাকিয়া পঠাইতেছি, আপোনাৰ কৌল-পঞ্জা নিচান ওপৰ ভৈজিতেছি। তুমি চিত্ত কড়াস্ট কৰি যে লোক লস্কৰ লাগে তাক ইমিন লুচন-খাঁৰ ঠাই লৈয়া তাঞিয়ো তোমাৰ সাথ যাইবেক। যে প্ৰকাৰে বুঢ়াগোহাঁই বৰগোহাঁই খেদাইবাক পাৰ, তোমাৰ আমোল হয়, তোমাৰ ৰাজ্য হয়, তাক কৰিবা। এইৰূপে লেখিছিল, সোণোৱালী লেখা—

সেই কটকীক কুজিবালিত থৈছিল। নবাবৰ ঠাইলৈ যদি পাৎসাই

উকিল আহিল তাক আগ বাঢ়ি আনিব লাগে। এই কাৰণে নাওশাল চাবৰ ছলে গৈ ফুকনে তাক বিদায় দিলে।* ১৫৭ ॥

এইমতে এক বৎসৰ হ'ল। তাত পাচে মহাৰাজা বৰফুকন প্ৰভৃতি ডাঙ্গৰীয়াসকলে সমালোচন কৰি, তুঙ্গখঙ্গীয়া গদাধৰসিংহ মহাৰাজা গুৱাহাটী মাৰি মনছুৰ-খাঁক ধৰিবাক প্ৰতি ডাঙ্গৰীয়া-সকলক আজ্ঞা কৰিলে। লান্মাখৰু বৰফুকন, গড়গয়াঁ সন্দিকৈ ফুকন, চাৰিঙ্গীয়া ফুকন, বিহপুৰীয়া ফুকন, হাৰিমহি কাণ্ডিৰ নাতি চেংৰাই ফুকন, দিহিঙ্গীয়া বৰুৱা পালত গৈ, কলিয়াবৰৰ পৰা ১৬০৩ শকত আষাৰ মাসত যাত্ৰা কৰিলে। দক্ষিণকোলে নাৱে-তৰে গৈ কাজলী পালত আচামৰ ঠাট অনেক দেখি কাজলী, পানীখাতি, কুৰুৱা, এই তিনি থানা এৰি বলে নোৱাৰি নাও-নাৱৰা সহিতে গুৱাহাটী সোমালগৈ। কাজলীত বঙ্কোৱা নাও কালপাহাড়ত পৰিল। বাঁহবাৰীৰ থানাকো তৰুৱা মানুহে মাৰিলে। তাতো বঙ্গালৰ ঘোঁৰা, বন্দুক কিছু পালে। সোণাপুৰৰ থানাকো মাৰিলে। তাৰ থানাদাৰো পৰিল। লোকজনো বিস্তৰ পৰিল। ঘোঁৰা, বন্দুক, আনো বস্তুজাত বিস্তৰ পালে। কিছুমান মানুহ পলাইহে এৰাল। জয়দুৱাৰৰ মানুহ ভাগি ইটাখুলি সোমাল-গৈ। এইৰূপে বাহিৰ থানাৰ লোকজন ভাগি ইটাখুলি সোমালগৈ। আচামেও নাৱে-তৰে ইটাখুলি ছাহবুৰুজত ধৰিলেগৈ। ইটাখুলিৰ লোকজন সহিতে আলিএকজুৰে উমানন্দ থানাত বৰহিলৈ পাতিছিলে। দক্ষিণকোলত সৰ্দ্দাৰ পানী-দিহিঙ্গীয়া বৰবৰুৱা, নেওগ-ফুকন, পিকচাই ডেকা-ফুকন আনো ৰাজখোৱা, হাজৰিকীয়া সহিতে সমদলে শৰণীয়া পৰ্ব্বতৰ

বঙ্গালৰ পৰাজয়

* এই পাতটো মূল পুথিত বৰ ৰমক্ জমক্ হৈ আছে। পাতটোৰ দীঘলে-বহলে ৰং-চঙ্গীয়া গাৰি দিয়া। পুথি লিখোঁতাই মূল চিঠিত যিখিনি ঠাইত আৰ্ব্বী আছিল তাত "আৰ্ব্বি আছিল" বা "আৰ্ব্বি লিখিছিল আতো" বুলি যথাস্থানত দেখুৱাই দিছে। পাৎসাৰ পুতেক চুলতান আজমতৰাৰ হস্তচিহ্ন "পাৎসাৰ বেটাৰ হস্ত পঞ্জাৰ" ঠাইত আকি দিয়া হৈছে; সেইদৰে "পাৎসাৰ বেটাৰ মোহৰৰ" ঠাইত এটা মোহৰৰ ছবি দিয়া হৈছে। "১৬০০ শকৰ আষাৰ মাসত কলিয়াবৰৰ বুঢ়াফুকনলৈ.... নাওশাল চাবৰ ছলে গৈ ফুকনে তাক বিদায় দিলে।" এই কথাখিনি উক্ত ৰঞ্জিত পাতটোত আছে।

—সম্পাদক।

আগৰ কোঠত আছে। বঙ্গালো ইটাখুলিৰ পৰা ওলাই আহি পানী-দিহিঙ্গীয়া বৰবৰুৱা, নেওগ, ফুকনৰ সমুখে ধৰিলেহি। আসোৱাৰী ঘোঁৰাৰ পৰা নামি হাত-চালিহে গড়ত ধৰিলেহি। তাক দেখি মণি হাজাৰীয়ে গড়ৰ ঘোঁৰা-সলখা কাটিবলৈ ধৰিলেহি। সিঁয়ো আমাৰ মানুহৰ গুলিত পৰিল, আনো অনেক লোক পৰিল। আলিএকলুৰ পলাই ইটাখুলিত সোমালগৈ। সেই দিনৰ পৰা ওলাব নোৱাৰিলে, ওঁলোৱা যুদ্ধো নহল, ইটাখুলিৰ পৰা গুলিয়াইছিলে। পানী-দুৱাৰত পানী-দিহিঙ্গীয়া ৰাজখোৱা প্ৰমুখ্যে অনেক নাৱেৰে জয়ন্তিসিংহে সহিতে বিস্তৰ বেলি যুদ্ধ কৰিলে। আচামেহে জিনি তাকো ধৰিলে। উত্তৰকোলতো ললাল বৰগোহাঁই, চেংধৰা ফুকন, শদিয়াখোৱা মৰঙ্গীয়াল লোকজন সহিতে ছাহবুৰুজক সমুখে আছিল। দক্ষিণে বৰফুকন, উত্তৰে পানী-ফুকন। পাচে বঙ্গালো পলাল যুদ্ধ হাৰি। ভাদ্ৰ মাস: ১ দিন গতে বুদ্ধবাৰে ইটাখুলিৰ পৰা প্ৰভাততে আলিএকলুৰ প্ৰমুখ্যে লোকজন এৰি, অল্প মানুহেৰে নাৱে পাৰ হৈ মনছুৰ-খাঁৰ ঠাই ভাগি গল। সেই দিন দুপৰ বেলি হলত নাৱেৰে মনছুৰ-খাঁও ভাগি ৰঙ্গামাটি ললেগৈ। সতমল আলিএকলুৰ সহিতে, তৰেও ৰাজা ইন্দ্ৰমণি, দলসিংহ, কবিৰ-খাঁ প্ৰমুখ্যে বিস্তৰ লোকজন হটোৰি বজাৰি আসোৱাৰি হৈ গ'ল। নবাব মনছুৰ-খাঁও গুৱাহাটীত তিনি বৎসৰ পাঁচ মাহ ভোগ কৰিলে। ১৫৮॥

পাচে চেটিয়া ফুকন গুৱাহাটীতে ৰহিল। দিহিঙ্গীয়া বৰবৰুৱা প্ৰমুখ্যে ফুকন ৰাজখোৱা নাৱে-তৰে মানহা পৰ্য্যন্তে খেদি মনছুৰ-খাঁক নপাই ভগনীয়া লোকক ধৰি মানহাৰ পৰা উলটি আহিল।

বিষয়াৰ শাস্তি

তাত পাচে গুৱাহাটীয়া সকলে ফুকনে মনে মনে সমালোচন কৰি ৰাজায়েৰে লাম্মাখৰু বৰফুকনক গুৱাহাটীতে ভাগি ৰাজালৈ দি পঠালে। ৮ও ঘৰ-দুৱাৰ লুৰি আনি ঘৰলৈ বিদায় দিলে। তাত পাচে গড়গয়াঁ সন্দিকৈ নেওগ-ফুকনক বৰফুকন পাতি পঠালে। এইমতে দুই বৎসৰ হ'ল। পাচে গুৱাহটীয়া ফুকনবোৰে এটা কুমৰ আনি ৰাজাক গুচাবলৈ মন কৰিলে। বৰফুকনেও সঙ্কেতে ৮দেৰলৈ জনালে। মহা-ৰাজাও গোহাঁইবোৰেৰে সমালোচন কৰি চামধৰা গড়ত ৰহিলগৈ।

গুৱাহটীয়া ফুকনবোৰো সাৱধান হুয়া, ৰহিছে। পাচে ৮/০ উপায় কৰিয়া কলিয়াবৰলৈ আনি চাৰিঙ্গীয়া ফুকন বুঢ়াগোহাঁই ফুকনক টঙ্গনিয়াই মাৰি শালত দি ওটোৱাই গড়গ্ৰামলৈ আহি স্বতন্ত্ৰ হৈ ৰহিল। তাত পাচে নামদঙ্গীয়া ফুকনকো টঙ্গনিয়াই মাধি শাঁলত দিলে, পানী-ফুকনকো মাৰিলে। ১৫৯॥

## পৰিশিষ্ট (ক)

# কামৰূপ পুৰাবৃত্ত।

### প্ৰথম অধ্যায়।

### পুৰণি কামৰূপৰ সীমা, পীঠ আৰু প্ৰাগজ্যোতিষপুৰ নগৰ।

পুৰণি কামৰূপৰ সীমা    কামৰূপ দেশৰ চতুঃ সীমা—

কৰতোয়াং সমাৰভ্য যাবদ্দিক্কৰবাসিনীম্।
উত্তৰে নন্দশৈলশ্চ দক্ষিণে বৃহগাচলঃ॥

পূবে দিক্কৰবাহিনী, পশ্চিমে কৰতোয়া নদী, উত্তৰে নন্দশৈল, দক্ষিণে বৃহগাচল। ইয়াৰ ভিতৰতে কামৰূপ দেশ। ১৬০॥

পীঠ-বিভাগ    এই দেশৰ ভিতৰত ৪ পৃষ্ঠ—

(১) পূৰ্ব্বে দিক্কৰ বাহিনী নদী, পশ্চিমে তুইমুনি-শিলা,—ইয়াৰ ভিতৰত সৌমাৰপৃষ্ঠ।

(২) পূৰ্ব্বে তুইমুনি-শিলা, পশ্চিমে ৰৰসোণকোষ নদী, দক্ষিণে ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰ,—এই কামপৃষ্ঠ।

(৩) পূবে কলং নদী, পশ্চিমে কৰাইবাৰীৰ কৈলাসী নদী,—এয়ে ভদ্ৰপৃষ্ঠ।

(৪) পূবে ৰৰসোণকোষ নদী, পশ্চিমে মোৰঙ্গ ৰাজ্যৰ সীমাৰ কুসুমা নদী,—ইয়াতে ৰত্নপৃষ্ঠ।

অযোধ্যা মথুৰা মায়া, কাশী
কাঞ্চি অবন্তিকা, পুৰী দ্বাৰা-
বতীচৈব, সপ্তৈক মোক্ষদায়িকা।

এই কামৰূপকে মায়াপুৰী বোলে। ইয়াৰ ভিতৰতে কামপৃষ্ঠৰ মধ্যভাগ আৰু ভদ্ৰপৃষ্ঠৰ পূৰ্ব্ব ভাগৰ কিছুমানে সৈতে পুণ্যক্ষেত্ৰ। ১৬১ ॥

প্ৰাগজ্যোতিষপুৰ নগৰ—কামপৃষ্ঠৰ কিছোমান আৰু ভদ্ৰপৃষ্ঠৰ কিছোমানে সৈতে প্ৰাগজ্যোতিষপুৰ নগৰ। নগৰৰ চাৰিওফালে দুই খলপীয়া কৰি বৰ ডাঙ্গৰ গড় আছে। আৰু গড়ৰ মূৰে, মূৰে অৰ্থাৎ পূৰ্ব্বফালে জয়দ্বাৰ নামে দ্বাৰ, দক্ষিণে কুকুৰা কটাৰ দ্বাৰ, পশ্চিমে তুৰাৰগৰীয়া, উত্তৰে সিন্দুৰীঘোপাত ১ দ্বাৰ, মাণ্ডাকাটা গাওঁত ১ দ্বাৰ। আগৰ কথা কব নোৱাৰি; অহম ৰাজাই এই দ্বাৰবোৰক চৌকী বুলিছিলে। এই চকীবোৰত হিলৈ আদি অস্ত্ৰ-শস্ত্ৰ ৰাখিছিলে আৰু লোকজন আছিলে। তাত বাজেও ব্ৰহ্মপুত্ৰৰ কাষত শবাইৰ চৌকী, পাণ্ডুনাথৰ চৌকী, লতাশিলৰ চৌকী। ইয়াতো অস্ত্ৰ-শস্ত্ৰ সহিতে লোকজন আছিলে। শত্ৰু পক্ষ হঠাতে সোমাব নোৱাৰিছিলে; আৰু গড়বোৰো পৰিষ্কাৰ ৰাখিছিলে। ১৬২ ॥

প্ৰাগজ্যোতিষপুৰ

# দ্বিতীয় আধ্যা।

## অথ ৰাজবংশাৱলীৰ যথাশক্তি বৰ্ণনা।

এই চাৰিও পৃষ্ঠ কামৰূপৰ ৰজা মহীৰঙ্গ দানৱ, তেওঁৰ পুতেক হতকাসুৰ, তেওঁৰ পুতেক সম্বৰাসুৰ, তেওঁৰ পুতেক ৰাজা ৰত্নেশ্বৰ। পিচে ভিন্নবংশী পৃথিবীৰ পুত্ৰ নৰকাসুৰ। নৰকাসুৰে কমবেচ ৮,৬৩,০০০ বৎসৰ ৰাজত্ব কৰে। তেওঁৰ পুতেক ভোগদত্ত, তেওঁৰ পুতেক ধৰ্ম্মপাল, তেওঁৰ পুতেক কৰ্ম্মপাল, তেওঁৰ পুতেক পৃথ্বিপাল। এই-মতে ২২ পুৰুষ, তেইশ পুৰুষত ৰাজা সুবাহু। সুবাহু ৰাজায়ে ৰাজ্যক অনীতি অন্যায় কৰাত কামাখ্যা গোসাঁনীৰ তেওঁলৈ খং হোৱাত * ভিন্নবংশী দোম্বৰ অপৰ নাম জিতাৰিক্ষ ধৰ্ম্মপাল নামে এজন ৰজা আহি সুবাহু ৰজাক ৰণত জিনি তেওঁ ৰজা হ'ল। সুবাহু ৰণত ঘাতি উত্তৰ দিশলৈ গ'ল। দোম্বৰ ৰজাৰ পিচত ৰজা হ'ল নাগশঙ্কৰ। পিচে ভিন্নবংশী ৰজা জল্পেশ্বৰ, তেওঁকে পৃথু ৰজাও বোলে। ১৬৩ ॥

কামৰূপৰ আদিম ৰজা-সকল

* শক ৬০, ইং ১৩৮ চনৰ অল্প পূৰ্ব্বেই নৰকাসুৰৰ বংশৰ ৰাজত্ব উঠিছে।—গ্ৰন্থকাৰ।

পিচত বঙ্গদেশৰ পৰা পালবংশী ধৰ্ম্মপাল নামে ৰজা আহি অশ্বক্রান্তৰ উত্তৰকালে গোদস্ত পৰ্ব্বতত পাট কৰি ৰজা হ'ল। ধৰ্ম্মপাল ৰজায়ে কনৌজ ও ত্ৰিবাস্তৰ আদি

ধৰ্ম্মপাল

দেশৰ পৰা ভাল ভাল ব্ৰাহ্মণ, কায়স্থ আনি পণ্ডিতৰ সমাজ পাতি ধৰ্ম্মৰে ৰাজ্য কৰিলে। দেবালয়বোৰকো পৰিষ্কাৰ কৰিলে। পিচে ধৰ্ম্মপালৰ ভায়েক মণিচন্দ্ৰৰ ঘৈনীয়েক মৌনবতীয়ে ধৰ্ম্মপালক ৰণত জিনি কামৰূপত ৰজা হ'ল। তেওঁৰ পুতেক গোপীচন্দ্ৰ, তেওঁৰ পুতেক ভবচন্দ্ৰ * ৰজা হ'ল। ধৰ্ম্মপালৰ পুতেক বতুপাল, তেওঁৰ পুতেক সোমপাল উজনিত বিশ্বনাথৰ কাষত কন্যকা গাৱঁত পাট কৰি ৰজা হ'ল। ১৬৪ ॥

সোম পালৰ পোষ্যপুত্ৰ (শিৱবীৰ্য্যে জন্ম) প্ৰতাপসিংহ, তেওঁকে ভালুকপেঙ্গও বোলে। তেওঁৰ ঘৈনীয়েকক ব্ৰহ্মপুত্ৰ নদে নিছিলে। পাচে এবছৰৰ মূৰত

আৰিমত্ত

নীলাচলৰ আমৰাজুলিৰ ঘাটত তুলি থলে। তেওঁ নীলাচলীয়া বামুণ এজনৰ ঘৰত থাকিল। বামুণে প্ৰতিপাল কৰি ৰাখিলে। তাতে ব্ৰহ্মপুত্ৰৰ ঔৰষত এটি পুত্ৰ জন্মিল। বামুণে তাৰ আৰিমত্ত নাম থলে। তেওঁ ডাঙৰ হৈ গোৱালপাড়াৰ পৰা পুবে সমুদায় কামৰূপত ৰজা হ'ল। ১৬৫ ॥

পশ্চিমে শিংমাৰিত কমতাপুৰ নামে নগৰ কৰি কোঁচবংশী নীলধ্বজ, তেওঁৰ বংশ চক্ৰধ্বজ আৰু নীলাম্বৰ ইত্যাদি ৰজা হল। পিচে কমতেশ্বৰৰ বংশ ফিঙ্গুৱা

কমতাপুৰৰ ৰজাসকল

ৰজা এই দেশলৈ আহি আৰিমত্তে সৈতে ৰণ কৰাত আৰিমত্ত ৰণত ঘাটি ৰৰলীয়া নদীত পৰি নোহোৱা হ'ল। †

পিচে আৰিমত্তৰ পুতেক ৰত্নসিংহে ৰণ কৰি ফিঙ্গুৱা ৰজাক মাৰি ৰত্নসিংহ ৰজা হৈ ব্ৰাহ্মণী-গমন পাপত অল্পতে নষ্ট পালে। ‡ ১৬৬ ॥

---

* গুৱাহাটীৰ দহ মাইল উত্তৰে চুটিয়াপাড়া গাৱঁত ভবচন্দ্ৰ ৰজাৰ নগৰ আছিলে।—গ্ৰন্থকাৰ।

† আৰিমত্তৰ প্ৰথম নগৰ পোৱালকুচিৰ পশ্চিমে সিদ্ধেৰ দেৱালয়ৰ ওচৰতে এতিয়া তাক ভাঙ্গা নগৰ বোলে। দ্বিতীয় নগৰ বজিয়াৰ থানাৰ উত্তৰে সেয়ে প্ৰধান নগৰ। গড়, পুখুৰী আজিলৈকে আছে। গড়টিক বৈদৰ গড় বোলে। ফিঙ্গুৱা ৰজাৰ গড়, পুখুৰী উপৰ বৰভাগ, চন্দমা, পূৰ্ববাঙ্গা মৌজাত আছে।—গ্ৰন্থকাৰ।

‡ ইয়াৰ আগেয়ে কামৰূপী চন ৬১২ চনত, ১১২৬ শকত, ইং ১২০৮ চনত বক্তিয়াৰ খিলিজি নামে মুছলমান এজন আহি কামপুৰলৈকে দেশ আক্ৰমণ কৰিছিলে। কিন্তু তেওঁ যুদ্ধ হাৰি পলাই গল।
—গ্ৰন্থকাৰ।

পিচে বাৰভূঞাৰ আমোল হ'ল। অনেকখানি গাওঁ লগ লগোৱাত তাৰে

বাৰভূঞাৰ আমোল

নাম ১ এক চাকলা। সেই চাকলে প্ৰতি এটি ভূঞা অৰ্থাৎ ৰজা। বাৰভূঞাৰ পিচত কোঁচবংশী হাজো নামে ৰজা হ'ল। তেওঁৰ নামেৰে হাজো নগৰ বুলি কয়। ১৬৭ ||

১৪১১ শক, পাচে বঙ্গলা দেশৰ হুচেন-ছা ৰজাৰ সেনাপতি চন্দন গাজীৰ

মুছলমানৰ কামৰূপ দখল

ৰণত কমতেশ্বৰ ৰজা পৰাজয় হ'লত কামৰূপ মুছলমানৰ অধীন হ'ল। ১৬৮ ||

পিচে চুলতান গয়াছুদ্দিন নামে এজন আহি কামৰূপৰ উমানন্দ আদি দেৱালয়ৰ মঠ ভাঙ্গি গৰুড়াচল পৰ্ব্বতলৈ যায়। কেদাৰনাথৰ মঠ ভাঙ্গিবলৈ যোৱাত

মুছলমানৰ কামৰূপ ত্যাগ

তেওঁ সেই গৰুড়াচলতে মৰিল। তেওঁ মৰিলে দেও থকা হাবিয়নি দেশ বুলি মুছলমানে এৰি দিলে। আকৌ বাৰভূঞাৰ আমোল হ'ল। মুছলমানৰ আমোলৰ ভিতৰতে এই কামৰূপত নাগাক্ষ নামে এজন ৰজা হৈ ১৪৪৩ শকত, ইং ১৫২১ চনত বিশ্বেশ্বৰ দেৱালয়ৰ মঠ বান্ধি দিয়ে। ১৬৯ ||

# তৃতীয় অধ্যায়।

## কোঁচবংশীয় ৰজাসকল।

ওপৰত কোৱা হাজো ৰজাৰ জীয়েক দুই জনী। এজনীৰ নাম লীলা, এজনীৰ নাম হীৰা। সিবিলাকক হাৰীয়া মণ্ডলত বিয়া দিছিলে। মণ্ডল চহকী মানুহ,

বিশ্বসিংহ

কপাহ-খেতি কৰিবলৈ গাড়ি ধৰে। এদিন সৰু ঘৈনীয়েক হীৰায়ে মণ্ডললৈ ভাত লৈ যাওঁতে মহাদেৱে মণ্ডলৰ ৰূপ ধৰি মাজ-বাটতে ভাতকো খালে তাইকো বমিলে। সেই গৰ্ভত বিশ্ব নামে এটি লৰা হ'ল। তেওঁ লাহে লাহে ডাঙ্গৰ হৈ চাউৰ, খাণ্ডা, কাঠৰ বাৰু, এই অস্ত্ৰে (গাৰলীয়া মানুহ লগত লৈ) ভূঞাসকলক ৰণত জিনি সোমাৰ-পৃষ্ঠৰ কিছোমানে সৈতে (১৪৫৫ শকত, ইং ১৫৩৩ চনত) সমুদয় কামৰূপৰ ৰজা হ'ল। ১৭০ ||

তেওঁৰ পুতেক নৰনাৰায়ণ ১৪৭৭ শকত, ইং ১৫৫৫ চনত ৰজা হ'ল। তেওঁৰ ভায়েক চিলাৰায় যুবৰাজ। নৰনাৰায়ণ, মল্ল, এই দুই নাম। চিলাৰায়, শুক্লধ্বজ, এই দুই নাম। সিবিলাকে সৈতে অঠৰটি ভায়েক আছিলে। আৰু নৰনাৰায়ণ ৰজায়ে ১৪৮৭ শকত, ইং ১৫৬৫ চনত কামাখ্যা মঠ বান্ধি দিছে। আৰু তেওঁৰ ভায়েক কমল গোহাঁইৰ হতুৱাই বেহাৰৰ পৰা পূবে নাৰায়ণপুৰলৈ এটি আলি বন্ধাইছিলে। আহোমৰ দিনত সেই আলিয়ে ভোটৰ আৰু কামৰূপৰ সীমা কৰিছিলে। সেই আলি গোহাঁই কমলাৰ আলি বোলে। ঠায়ে ঠায়ে আজিলৈকে আছে। আৰু নৰনাৰায়ণ ৰজা, চিলাৰায় সহিতে সেই আলিয়েৰে পূবলৈ যাই অনেক দেশ জয় কৰিলে। দক্ষিণফালৰ জয়ন্তা, খৈৰাম, ইসকল দেশৰ ৰজাকো ৰণত জিনি কৰতলীয়া কৰি ললে। অহম ৰজা তেওঁৰ সহিতে মিল হৈ থাকিল। ১৭১ ॥

নৰনাৰায়ণ আৰু চিলাৰায়

চিলাৰায় ৰজা বৰ বলবন্ত আৰু ৰণকৈ ৰণ কৰিব পৰা আছিলে। পিচে চিলাৰায় স্বৰ্গী হ'লত তেওঁৰ পুতেক ৰঘুদেৱ কুবিবৰ চলে ৰৰবাপেকৰ নগৰ এৰি বেহাৰৰ পৰা ঘিলাত পাট কৰি থাকি ৰাজ্য ভাগৰ নিমিত্তে ৰৰবাপেকলৈ কৈ পঠোৱাত ৰজা নৰনাৰায়ণে মিলাই নিব নোৱাৰি ১৪৯২ শকত, ইং ১৫৭০ চনত বৰসোণকোষ নদীৰ পৰা পূবফালে কামৰূপৰ ৰজা পতিলে।* তেও ১৫০৫ শকত, ইং ১৫৮৩ চনত মাধবৰ মন্দিৰ ভালকৈ দিয়ে। ১৭২ ॥

ৰঘুদেৱ

ৰঘুদেৱ† স্বৰ্গী হলে ১৫২৪ শকত, ইং ১৬০২ চনত তেওঁৰ পুতেক পৰীক্ষিত নাৰায়ণ ৰজা হৈ ঘিলাৰ পাট এৰি গোদন্ত পৰ্ব্বতৰ উত্তৰকালে গড়প্ৰাকাৰ কৰি তাতে পাট কৰি আছিল। (সেই স্থানখনি এতিয়া উত্তৰ গুৱাহাটীৰ মাজগাওঁ কটহ বাজাৰ বোলে)। সেই গড় আৰু খাৰৈ-পুখুৰী আজিলৈকে আছে। ১৭৩ ॥

পৰীক্ষিত নাৰায়ণ

* ৰজা নৰনাৰায়ণে যিখনি দেশ ৰাখিলে সেইখনিৰ কামৰূপ নাম লোপ হ'ল; বেহাৰ নামটিয়ে প্ৰবল হ'ল।—গ্ৰন্থকাৰ।

† ৰঘুদেৱৰ ১৮টি পুতেক, সিবিলাকৰ বংশ দৰঙ্গী ৰজা, বেলতলীয়া ৰজা, বেড়নীয়া ৰজা আৰু অনেক কোঁৱৰ আজিলৈকে আছে।—গ্ৰন্থকাৰ।

তাৰ পিচে পৰীক্ষিতৰে আৰু নৰনাৰায়ণৰ পুতেক ৰজা লক্ষ্মীনাৰায়ণৰে ৰণ হৈ লক্ষ্মীনাৰায়ণে বলে নোৱাৰি তেওঁৰ জীয়েকজনী দিল্লীৰ পাৎসাৰ তত দি পাৎসাত আশ্ৰয় ল্লোৱাত পাৎসায়ে পৰীক্ষিতক ধৰিবলৈ মোকৰম-খাঁ নামেৰে এজন সেনাপতি সসৈন্যে পঠিয়াই দিয়ে। তাতে পৰীক্ষিতৰ আৰু মোকৰম-খাঁৰ পাঁচ বছৰ ৰণ হৈ পৰীক্ষিতে বলে নোৱাৰি ১৫৩৭ শকত,* ইং ১৬১৫ চনত, কামৰূপী ১০২৩ চনত মোকৰম-খাঁৰে সৈতে মিলি পাৎসাত আশ্ৰয় ললে। তেতিয়াৰে পৰা সিবিলাক স্বাধীন গুচিল। ১৭৪ ‖

পৰীক্ষিত আৰু লক্ষ্মীনাৰায়ণৰ কন্দল

পৰীক্ষিত ৰজা কিছো দুষ্ট স্বভাৱ আছিলে, এতেকে তেওঁক কামৰূপীয়ে বৰ ভাল নেপাইছিলে। পৰীক্ষিত ৰজা পুনৰায় দেশলৈ ফিৰি আহিবৰ নহ'ল। তেওঁ কৈদিনমান ঢকাৰ নবাবৰ তাতে থাকি পিচে তীৰ্থ-মৃত্যু হ'ল ঐ শকত। ১৭৫ ‖

পৰীক্ষিতৰ মৃত্যু

তাৰ পিচে জাহাঙ্গীৰ পাৎসায়ে পৰীক্ষিত মৰিবৰ কথা শুনি কামৰূপৰ বন্দবস্ত কৰিবলৈ ছেখ্‌-বিৰাহিম নামেৰে এজন আমিন পঠিয়ালে। তেওঁ আহি আগৰ চকলা-বন্দী গুচাই তপা আৰু পৰগনা কৰিলে। ১৭৬ ‖

মুছলমানৰ আমোলত কামৰূপৰ বন্দবস্তি

প্ৰথমে পৰীক্ষিতৰ অধীনৰ কামৰূপ দেশখনিক চাৰিভাগ কৰিলে।

প্ৰথম ভাগ, চৰকাৰ কামৰূপ।

দ্বিতীয় ভাগ, চৰকাৰ ঢেকেৰি।

তৃতীয় ভাগ, চৰকাৰ দক্ষিণকূল।

চতুৰ্থ ভাগ, চৰকাৰ বঙ্গালভূম।

এই চাৰি চৰকাৰ বিলায়ত, কচবে হাজো হ'ল। ১৭৭ ‖

১। চৰকাৰ কামৰূপৰ তলে—পৰগনা কোঁৰৰভাগ, পৰগনা বৰদৰং, পৰগনা পাতিদৰং, পৰগনা বনভাগ, পৰগনা ৰামচাহু, পৰগনা চৌৰাশিখাটা, পৰগনা দেহৰ, পৰগনা বৰভাগ, পৰগনা বজালী, পৰগনা বাঁহবাৰী, পৰগনা ক্ষেত্ৰিভাগ, পৰগনা বাঁহেৰখাটা, পৰগনা বাউসী, পৰগনা বৰনগৰ, পৰগনা পাটবাটা, পৰগনা বৰপেটা, পৰগনা বেজনী, পৰগনা

চৰকাৰ কামৰূপ

* সেই সময়তে অৰ্থাৎ ১৫৩৩ শকত, ইং ১৬১১ চনত পুৱামকাৰ মছজিদ্ তৈয়াৰ কৰে। —গ্ৰন্থকাৰ।

ফুলগুৰি, পৰগনা কাচিমপুৰ, পৰগনা বাস্কা, পৰগনা সাতৰজীয়া। নদীসকলৰ কটল লৈছিলে তাৰ নাম—পৰগনা দিগজল, পৰগনা কচবে হাজো, পৰগনা কচবে গুৱাহাটী। বকোৰ মহলৰ নাম—পৰগনা পেঙ্কছ, পৰগনা পানদৰিবাৰী, পৰগনা বৰগ মহল, পৰগনা কোকলাৰ মহল, গুদাৰা উমানন্দ, কামৰূপ, চৰকাৰ পাইনাম, এই সকল পৰগনা হ'ল। ১৭৮ ॥

২। চৰকাৰ ঢেকেৰিৰ তলে—পৰগনা খুঁটাঘাট, পৰগনা গুমা, পৰগনা পৰ্ব্বত যোৱাৰ, পৰগনা কচবে ধুবুৰি, পৰগনা জামিৰা, পৰগনা টাৰিয়া, পৰগনা কচবে ঘিলা, পৰগনা চাপগড়, পৰগনা ৰেচমতাঁতি, পৰগনা খুন্নাৰ মহল, পৰগনা কায়স্থ মহল, পৰগনা কোটোৱালি, পৰগনা দিমানি মহল, পৰগনা ৰেচমাদি মহল, পৰগনা ধুনহাত, পৰগনা দস্তক মহল। ১৭৯ ॥

চৰকাৰ ঢেকেৰি

৩। চৰকাৰ দক্ষিণকূলৰ তলে—পৰগনা সান্তোৰ; এই সান্তোৰ পৰগনাৰ তলে—তপে বগৰিবাৰী, তপে চমৰীয়া, তপে বেকানি, তপে হাগজান, তপে জাখেলি, তপে তিসিমপুৰ, এই ছয় তপা। পৰগনা পাণ্ডু; ইয়াৰ তলে—তপে বঙ্গেশ্বৰ, তপে মজিআলি, তপে ছয়আলি, তপে বেলতলা, তপে ভকুৰাকাটা, এই পাঁচ তপা। পৰগনা ভুমৰীয়া, পৰগনা মেছপাড়া, পৰগনা কালোমালোয়াপাড়া, পৰগনা কৰৈবাৰী, পৰগনা পুষ্যামহল, পৰগনা গোৰকাটী। ১৮০ ॥

চৰকাৰ দক্ষিণকূল

৪। চৰকাৰ বঙ্গালভূমৰ তলে—পৰগনা বাহেৰবন্দ, পৰগনা ভিতৰবন্দ, পৰগনা গয়াবাড়ী, পৰগনা চৌকী-বাৰৈতলা, এই চাৰি পৰগনা। আৰু পৰগনা চেৰপুৰ, পৰগনা দহকাউনীয়া, এই দুই পৰগনা চুবে বাঙ্গালাত বন্ধ গল। পূৰ্ব্বে বাদসাহ পাঞ্চ কন্যা চিলাৰায়ত বিয়া দিয়াত এই দুই পৰগনা যৌতক দিছিলে। এতেকে বাঙ্গালাৰ বদৰ পৰগনা কোঁচবে হাজোৰে চামিল হল। এইমতে ছেখ-বিৰাহিমে কৰোৰি মলুকত তজবিজ কৰি পৰগনা বন্দী আনো বন্দবস্ত কৰিলে। ১৮১ ॥

চৰকাৰ বঙ্গালভূম

# চতুৰ্থ অধ্যায়।

## আহোম আৰু পাৎসাৰ ৰণ। *

পিচে সেই ১৫৩৭ শক, ইং ১৬১৬ চনৰ বাঙ্গালা ফাগুন, ইং ফেব্রুৱাৰী মাহত ছৈয়দ-বাবাকৰ নৱাবৰ বক্স-ছা নামেৰে একটি সদাগৰ দুখানি নাও লৈ আহোমৰ দেশত যাই বেহা-কিনা কৰিছিলে। সেই কথা আহোমৰ প্ৰতাপসিংহ ৰজায়ে শুনি বোলে, "মোগলে আবাস কৰি কোঁচৰ ৰাজ্যখন ভাঙ্গিলে। আমাৰো ৰাজ্যখন মাৰিবলৈহেঁ চন্দবন্দ কৰে। সিহঁতক পালে নেৰিবি।" ইয়াকে ৰজাৰ লোকে শুনি সেই সদাগৰকো কাটিলে, বস্তুৰে সহিতে নাও দুখনিও ৰাখিলে। সেই কথা ছৈয়দ-বাবাকৰ আৰু ইচ্‌লাম-খাঁই শুনি ৰণ কৰিবলৈ সসৈন্যে সত্ৰাজিত ৰজাক পঠিয়াই দিলে। সত্ৰাজিত কলঙ্গেৰে উজাই যাই হাতীমুৰাত আবঙ্গ পিকচাই সেনাপতিক খেদি ৰজাৰ ভণ্ডাৰ লুটি আহিলা-পাতি সকলোকো নিলে। তাৰ পৰা উজাই যাই সলাত থাকি তাতো লুটিলে। ১৮২ ॥

আহোম বঙ্গালৰ ৰণৰ সূত্ৰপাত

পিচে ৰজায়ে থকুৰক্ বুঢ়াগোহাঁই প্ৰভৃতিক বহু লোকজন দি ৰণলৈ পঠিয়ালে। সিবিলাক আহি ৰণ কৰিব ধৰিলে। সেই ৰণতে প্ৰথমে চেটিয়া-ফুকন পৰিল আৰু বহু লোকজন পৰিল। পিচে ৰজায়ে শুনি লাঙ্গি ফুকনক বৰফুকন পাতি আৰু সৈন্য সামন্ত দি পঠিয়ালে। সিবিলাক সকলো দিখৌমুখত থাকিলহি। পিচে আকৌ থাম্প্ৰত বৰগোহাঁই, শ্ৰীফল হাতীবৰুৱা প্ৰভৃতিকো পঠিয়ালে। সকলো আহি দিখৌমুখৰ পৰা আগবাঢ়ি চামধৰা পৰ্ব্বতক আশ্ৰয় কৰি গড় বান্ধি সষ্টম হৈ থাকিল। ছৈয়দ-বাবাকৰ, ইচ্‌লাম-খাঁ প্ৰভৃতি বাইশ উমৰাও সকলো নাৱে-তৰে সাজি যাই ভৰলী নদীৰ উত্তৰ পাৰত থাকিলগৈ। ৰজাৰ মানুহো আগবাঢ়ি গড় বান্ধি থাকিল। ইয়াৰ আগেয়ে ৰজাৰ ফালৰ আশেষ গোহাঁই দুই ভায়েক মগলৰ লগলাগি আছিল। বুঢ়াগোহাঁয়ে

আহোম বঙ্গালৰ প্ৰথম ৰণ

* পূৰ্ব্ব দিশত মীনাচল পৰ্ব্বতত কিংচেন্‌মাউলুং নগৰত চুখামডেংফা ৰজাৰ দুই পুতেক। বৰ পুতেকৰ নাম চুখানফা আৰু লৰা, সৰু পুতেকৰ নাম চুকাফা আৰু আহম। পাচে বৰভায়েক ৰজা হোৱাত আহমে সেই দেশ এৰি ১১৬৭ শকত, ইং ১২৪৫ চনত উজনি বৰাহি মৰাণৰ দেশত ৰজা হ'লহি। পিছে পুৰুষে পুৰুষে অল্প অল্পকৈ সৌমাৰপীঠ আৰু কেইদিনমান কৰতোয়া নদীলৈকেও দখল কৰিছিলে। (ইয়াৰ খোলসা কথা পৃথক কিতাপত আছে)।—গ্ৰন্থকাৰ।

মন্ত্ৰণা কৰি আশ্বাস দি সিহঁতক নি, সিহঁতৰ মুখে মগলৰ সন্ধানটি বুজি লৈ নাৱে-তৰে সাৱধান হৈ থাকিল। পিচে মগলৰ সৈন্যে ভগুৰী নদী পাৰ হৈ ৰণ কৰি ৰজাৰ আগ-চকীথন মাৰিলে। ১৮৩ ॥

সেই ৰণত ৰাতীয়া ডেকা প্ৰভৃতি পৰিল। ৰিংচা পাত্ৰক ধৰি নিলে। পিচে ৰজাৰ লোকে ভগুৰী নদীৰ কাষৰ এৰি হুঁহঁকি চামধৰালৈ গ'ল। ১৫৩৮ চনত, ইং ১৬১৬ চনত আৰু যো-যোত্ৰ হৈ ভগুৰী কাষৰ গড়তে আগবাতি ব'লগৈ। আকৌ ৰণ লাগিলে। সেই ৰণত লেচাম সন্দিকৈ বৰফুকন প্ৰভৃতি পৰিল। ১৮৪ ॥

ৰণৰ ফলাফল

তাৰ পিচে বুঢ়াগোহাঁই প্ৰভৃতি সকলো সমালোচন কৰি পাচভেটা দি মগলক আগুৰি আগৰ ফালে ৰণ কৰিব ধৰিলে। সেই সময়তে চাৰিওফালৰ পৰা মগলক আগুৰি ধৰি সৈন্য-সেনা মাৰি চৈয়দ-বাবাকৰ ৰজা আৰু উমৰাও সহিতে লৰিব নোৱাৰি বন্দী হল। বৰগোহাঁয়ে সকলোটিহঁতক ধৰি লোৱা লগালে আৰু সকলো সমালোচন কৰি চৈয়দ-বাবাকৰ আৰু ইচলাম্-খাঁ প্ৰভৃতিক কাটিলে। মগলৰ হাতী, ঘোৰা ইত্যাদি বহু বস্তু পালে। আৰু আন আন বঙ্গাল যাক নেকাটিলে তাক বেটী-বন্দী কৰি ৰাখিলে। দৰং আৰু সাতৰজীয়া প্ৰভৃতি পূৰ্ব্বফালে অহমৰ অধীন হল। ১৮৫ ॥

দ্বিতীয় বাৰ ৰণ

সেই ৰণত সত্ৰাজিত ৰজা প্ৰভৃতি যিবিলাক পলাই গৈছিল, সিবিলাকে হাজোত থাকি ঢকাৰ কাচিম-খাঁ নবাবক বাতৰি দিয়াত তেওঁ অনেক লোকজন সহিতে হাজোত ব'লহি। শক ১৫৩৯, ইং ১৬১৭ চনত ৰজাৰ সৈন্যও সাজ-পাৰ হৈ কাজলীত থানা কৰি ব'লহি। পিচে ৰজাৰ আজ্ঞাৰে থকবক্ বুঢ়াগোহাঁই প্ৰভৃতি বহু সৈন্য মগলক খেদি আহি কামৰূপৰ চেচাত ব'লহি। পিচে ৰজাৰ সৈন্যে নাৱে-তৰে বঙ্গালক আগুৰি ধৰিলে। বঙ্গালেও বুঢ়াগোহাঁইৰ পোনেই ধৰিলে। সেই ৰণত বুঢ়াগোহাঁই পৰিল। ৰজাৰ সৈন্যে ৰণত ঘাতি আকৌ কাজলীমুখত থাকিলগৈ। সেই ৰণত ৰজাৰ ফলীয়া মানুহ পৰিল ২,০০০ দুহাজাৰ, ৰণ ভাগিল। ১৮৬ ॥

কাজলীৰ ৰণ

শক ১৫৪০, ইং ১৬১৮ চনত মগলৰ মীৰ্জ্জা-নাথুলা নামেৰে এজনাই অনেক লোকজন সহিতে দৰঙ্গত ধৰ্ম্মনাৰায়ণ ৰজাক বেৰি ধৰিলেগৈ। ৰজা পলাই সাৰিল। কৌৱৰী এজনী পৰিল। পিচে আহম ৰজাৰ লোকে আগবাঢ়ি ৰণ কৰিলে। সেই ৰণত মীৰ্জ্জা-নাথুলাই ভঙ্গ হৈ হুঁহঁকি গ'ল, যাই হাজো নগৰতে থাকিল। ১৮৭ ॥

মীৰ্জ্জা-নাথুলাৰ আক্ৰমণ

# পঞ্চম অধ্যায়।

## আহোম বঙ্গালৰ পুনৰ কাজিয়া।

বহুদিন * পিচত হৰিকেশ নামেৰে বঙ্গালৰ লগৰ এজন মানুহে কেতবোৰ ৰূপ লৈ বঙ্গালৰ লগৰ পৰা পলাই যাই আহোমৰ ৰাজ্যত (দৰঙ্গত) সোমোৱাত তাক উলিয়াই দিবলৈ হাজোত থকা নবাব আব্দুল ইচ্লাম্-খাঁয়ে আৰু মাহমৰ্দ্দি-খাঁয়ে ৰজালৈ কৈ পঠোৱাত ৰজায়ে শৰণাগতক এৰি নিদিওঁ বুলি কোৱাত সেইটিয়ে কন্দলৰ মূল হ'ল। আৰু কামৰূপীৰো দুৰ্গতি ওচৰ চাপিল। ১৮৮॥

আহোম বঙ্গালৰ পুনৰ কন্দলৰ সূত্ৰ

পিচে সেই হৰিকেশক ধৰিবলৈ মগলে খেদি যোৱা ৰজাই শুনি ১৪,০০০ চৈধ্য হাজাৰ লোক সহিতে বৰুৱা, ফুকন কেতবোৰক পঠিয়াই দিলে। সিবিলাকে খেদি আহি বঙ্গালৰ চমৰীয়াৰ গড় মাৰি কমল-খাঁ সৰ্দ্দাৰক কাটিলে। আৰু থঙ্গন চেটিয়াযে ১৪,০০০ চৈধ্য হাজাৰ লোকে সৈতে বঙ্গালৰ সোণ্ডাৰ গড় মাৰিলে। সেই ৰণত বামৰায় পৰিল। আৰু ছেখ-ফৰিদ নবাব প্ৰভৃতিক ধৰিলে। ১৮৯॥

চমৰীয়া আৰু সোণ্ডাৰ গড়ৰ যুদ্ধ

পিচে ৰজাৰ মানুহে পাণ্ডু আৰু শৰাইঘাটত (পাণ্ডুৰ পৰ্ব্বত, শৰাইৰ পৰ্ব্বত) গড় দি থাকিল। বঙ্গাল হুঁহঁকি যাই মাজুলীত থাকিল। পিচে ৰজাৰ আজ্ঞাৰে আৰু লোক-লস্কৰ আহি সকলো সমালোচন কৰি মাজুলীতে বঙ্গালক খেদি ধৰি-মাৰি-কাটি ৰণ জিনি হাজোলৈকো খেদি গলত আব্দুল ইচ্লাম্-খাঁ নবাব প্ৰভৃতি সকলো আলচ কৰি হাতী আগকৈ ধৰিলেহি। তাতে ডাঙৰ ৰণ হৈ বঙ্গাল ভঙ্গ হ'ল। আব্দুল ইচ্লাম্ প্ৰভৃতি এৰাব নোৱাৰি শৰণাগত হ'ল। সেই ৰণত কামৰূপীৰ দুৰ্গতিৰ পাৰাপাৰ নাই, আৰু হাজো নগৰ একেবাৰে উচ্ছন্ন হ'ল। শক ১৫৫৮, ইং ১৬৩৭ চন। পিচে আহোম ৰজায়ে ধৰি নিয়া নবাব আৰু ৰজাসকলক গাওঁ পাতি থৈ ভালকৈ ৰাখিলে। ধৰ্ম্মনাৰায়ণক কামৰূপত ৰজা পাতিলে। ১৯০॥

মাজুলী আৰু হাজোত যুদ্ধ

* এই সময়ে চাহজাহান বাদ্সাহ আছিল।—গ্ৰন্থকাৰ।

আবদুল ইচ্লাম্-খাঁ নবাবৰ মায়েক পাৎসাৰ ধাই আছিলে। তেওঁ শুনি কান্দি কান্দি পাৎসাত কলে। পিচে পাৎসায়ে মীৰ্জ্জাহিনা নামেৰে নবাব এজনক আহোমক মাৰিবলৈ পঠিয়ালে। তেওঁৰ লগত সৈন্যৰ পাৰাপাৰ নাই। সাগৰৰ উৰ্ম্মিৰ নিচিনা প্ৰজাৰ আন্দোল। পিচে ৰজায়ে মীৰ্জ্জাহিনা আহিবৰ শুনি অনেক লোকজন পঠিয়ালে। বঙ্গালেও বাৰেপইতাত থাকি তাৰ পৰা যাই ৰজাৰ লোকৰ গড়তে খেদি ধৰিলেগৈ। সেই ৰণত মীৰ্জ্জাহিনা ঘাতি হুঁহঁকি যাই আকৌ বাৰেপইতাত ৰ'লগৈ। পিচে বঙ্গালক ধৰিবলৈ ৰাজ আজ্ঞা হোৱাত লাইফংডাং ফুলবৰুৱা প্ৰভৃতি অনেক সৈন্য কালপানীলৈ খেদি যাই বঙ্গালৰ তুথন গড় মাৰিলে। ১৯১ ॥

বাৰেপইতাৰ প্ৰথম ৰণ

পিচে অন্য একদিনে বঙ্গালে ফুলবৰুৱা প্ৰভৃতিক বেৰি ধৰিলে। সেইটি ডাঙৰ ৰণ হ'ল, হে ৰজাৰ ফালৰ মানুহৰ ঘোঁৰাৰ মৰা শৰে খায়ে ভৰি গ'ল। তেজেৰে নদী বলে। ৰজাৰ ৰণ-শেষ লোক হুঁহঁকিল। ইং ১৬৩৭ চন, শক ১৫৫৯, কাৰ্ত্তিক মাহত ফুলবৰুৱা ভয় হৈ বঙ্গালত সোমালগৈ। পিচে কালপানী আদি সকলো ঠাইৰ বঙ্গাল বাৰেপইতালৈ আহি মীৰ্জ্জাহিনাৰ লগ ললেহি। ৰজাৰো বৰুৱা, ফুকন সকলো তিনি লাখ লোক সহিতে আগ বাঢ়ি বাৰেপইতাত খেদি ধৰিলেগৈ। বঙ্গালেও লাগি দিলে। পিচে ৰজাৰ লোকে যবনৰ বল প্ৰাবল্য দেখি আৰু বলে নোৱাৰি হুঁহঁকিল। সেই ৰণত ৰজাৰ ফালৰ ১০,০০০ দহ হাজাৰ মানুহ পৰিল। বৰুৱা ফুকন অনেকটিহঁত পৰিল। ৰজাৰ ফালৰ ৰণ-শেষ সকলো মানুহ হুঁহঁকি আহি গুৱাহাটীত থাকিলহি। ১৯২ ॥

বাৰেপইতাৰ দ্বিতীয় ৰণ

পিচে ৰজাৰ আজ্ঞাৰে চুৰেন বৰনেওগ আহি বৰবৰুৱা সৈতে গুপ্তত হৈ শৰাইঘাটক ৰবৰুৱাই, পাণ্ডুৰ পৰ্ব্বতক বৰনেওগে আশ্ৰয় কৰি ৰণ পাতিলে। নবাব মীৰ্জ্জাহিনাও খেদি আহি পাণ্ডু-শৰাইঘাটতে ধৰিলেহি। সেইটিও সৰু ৰণ নহয়। বৰটোপৰ গুম্গুমিত গৰ্ভৱতী স্ত্ৰীৰ গৰ্ভ খহি গৈছিল। সেই ৰণত বৰনেওগ পৰিল আৰু কিমান মানুহ আৰু হাতী ঘোঁৰা পৰিল তাৰ লেখ-জোখ নাই। লুইতৰ পানী তেজময় হ'ল। পিচে ৰজাৰ ৰণ শেষ লোকে হুঁহঁকি যাই চামধৰা পৰ্ব্বতক আশ্ৰয় কৰিলেগৈ। ৰজায়ে শুনি অসন্তোষ কৰি খাম্প্ৰত বৰগোহাঁই, সুকিলা বুঢ়াগোহাঁই প্ৰভৃতিক বহু লোকজন লগত দি ৰণলৈ পঠিয়ালে। মীৰ্জ্জাহিনাও উজাই যাই কাজলী পালেগৈ। পাচে ৰজাৰ

পাণ্ডু-শৰাইঘাটৰ ৰণ

লোকজনে লুইতে আৰু কলঙ্গে সোমাই খেদি ধৰিলেগৈ। মীৰ্জ্জাহিনাবো সাগৰ শঙ্কাস লোকে খেদি ধৰিলেহি। ১৯৩ ॥

সেই ৰণত চিৰিংডাং প্ৰভৃতি অনেক লোকজন পৰিল। ৰজাৰ লোকে ৰণত ঘাতি পলাই যাই কুকুৰাকটাত এঠাই হ'ল। বৰগোহাঁই চামধৰাতে থাকিল।

আহোম ৰণুৱাৰ ভঙ্গ

পিচে ৰজায়ে শুনি অসন্তোষ কৰি সকলোকে একলগ হব দিলে। আৰু আগেয়ে দুই যুদ্ধত ধৰি অনা বঙ্গালবোৰক ধৰি চহৰে চহৰে কাটিলে। বৰুৱা, ফুকন, সকলো বৰগোহাঁইৰ লগ লাগিলেগৈ। ১৯৪ ॥

পিচে বৰুৱা, ফুকন, সকলো সমালোচন কৰি সন্ধি কৰিবলৈ বুলি সনাতন কটকীক নবাবৰ তলৈ পঠিয়াই দিলে। নবাবে বোলে, "যদি মিটি থাকিব লাগে

আহোমৰ ষড়যন্ত্ৰ

তেন্তে বৰগোহাঁয়ে এখনি কন্যা দি জোৱাই বলক আৰু সোণ, হাতী, আগৰ কাষ্ঠ আদি বস্তু দিয়ক, তেহে পতিয়াব পাবোঁ।" বৰগোহাঁয়ে সেই কথা কবুল কৰি নবাবে আগবাঢ়ি নাহিব বুলি কৈ পঠালে; আৰু নবাবে আগবাঢ়ি আহে বুলি ৰাতি দিনে কটকী পঠিয়াব ধৰিলে। ইফালে চামধৰাত যিসকল চিদ্ৰ-পথ আছিল সকলোকো মাৰি গড় বান্ধি উত্তৰে দক্ষিণে, পানীয়ে তৰে সাবধান হ'ল, হৈ তেতিয়া বৰগোহাঁয়ে নবাবলৈ কৈ পঠালে, বোলে, "কন্যা বুলি বেটীকো, হাতী বুলি তাৰ লাদকো, আগৰ কাষ্ঠ বুলি জেঙ্গনিকো নিদিওঁ। যি কৰে কৰিব।" ১৯৫ ॥

সেই কথা নবাবে শুনি ক্ৰোধ কৰি সসৈন্যে খেদি আহি ধৰিলেহি। বৰগোহাঁইও প্ৰাণক টাঙ্কি ধৰিলে। সেই সময় লুইতে চামধৰাৰ পৰ্ব্বতক মেৰাই গৈছিল।

বঙ্গালৰ পৰাজয়

এতেকে বাঢ়ি আহিব নোৱাৰে। ৰজাৰ লোকে শিল বগৰাই দিও মাৰে। সেই দিনৰ ৰণত নবাব ঘাতিল। নবাবৰ মানুহৰ মৰা শৰে খায়ে পোত গ'ল। নবাব হুঁহঁকি বৰকৰাই জুলিত ৰ'লহি। তাৰ পৰৰ দিনো ৰণ হৈ নবাব হুহঁকি গ'ল। এইমতে ৩।৪ দিন ৰণ হৈ নবাবে বলে নোৱাৰি সকলো একেবাৰে ধৰিবলৈ মন্ত্ৰণা কৰিলে, কৰি ভিতৰ সোমাল। ১৯৬ ॥

এনেতে নবাবৰ মায়েকৰ লেখা আহিল, বোলে, "আসামৰ ৰণ এৰি যেনে আছা ত্ৰেনে আহিবি।" সেই লেখা পাই নবাবে তেতিয়াই লোকজন সৈতে ভটীয়াই

আহি গুৱাহাটীত আলিয়াৰ-খাঁ নবাবক লোকজন লগত দি ১৫৬০ শক, ইং ১৬৩৯ চনত, কামৰূপী ১০৪৬ চনত কামৰূপৰ অধিকাৰ-পাতি থৈ তেওঁ গ'ল। আহোম ৰজায়ে আলিয়াৰ-খাঁ নবাবে সৈতে প্ৰীতি কৰি আকৌ উত্তৰে বৰনদীৰ পৰা পূৰ্ব্বফালে (দৰং), দক্ষিণে অসুৰৰ আলিৰ পৰা পূৰ্ব্বফালে সীমা কৰি মিল হৈ থাকিল। কলিয়াবৰত, আহোমৰ থানা গুৱাহাটীত নবাব থাকিল। ১৯৭ ॥

কামৰূপৰ অধিপতি আলিয়াৰ-খাঁ

কামৰূপৰ ৭ জন নবাবৰ ভোগ-সংখ্যা

সাত জন নবাবৰ ভোগ মুঠত ক্ৰমে ১৯ বৎসৰ।

| | নবাব হোৱা শক। | | নাম। | | ভোগ বৎসৰ। |
|---|---|---|---|---|---|
| ১। | ১৫৬০ শক | ... | আলিয়াৰ-খাঁ | ... | ৭ বৎসৰ। |
| ২। | ১৫৬৮ শক | ... | মুকল্লা | ... | ২ বৎসৰ। |
| ৩। | ১৫৭১ শক | ... | খাণ্ডানী | ... | ২ বৎসৰ। |
| ৪। | ১৫৭৩ শক | ... | ছৈয়দ-হুচেন | ... | ২ বৎসৰ। |
| ৫। | ১৫৭৪ শক | ... | ছৈয়দ-কুতুপ | ... | ১ বৎসৰ। |
| ৬। | ১৫৭৫ শক | ... | ছৈয়দ-জালাল | ... | ১ বৎসৰ। |
| ৭। | ১৫৭৬ শক | ... | নাথুলা | ... | ৪ বৎসৰ। ১৯৮ |

---

# ষষ্ঠ অধ্যায়।

## সেনাপতি তুৰ্ব্বক।

তাৰ পিচে গৌড়ৰ পাৎসায়ে তুৰ্ব্বক নামে এজনক বহু লোকজন লগত দি আহোমৰ ৰণলৈ পঠিয়াই দিলে। তেওঁ সসৈন্যে উজাই যাই সলা পালেগৈ। এই কথা বৰগোহাঁয়ে শুনি ৰজাৰ আজ্ঞা লৈ যুবৰাজে সৈতে খেদি আহি ৩০০ মান বঙ্গাল মাৰি কাজলীমুখলৈ উঁইকাই নিলে। তাৰ এবছৰ পিচত অনেক সৈন্য লৈ খেদি যাই ৰণ কৰি ৰজাৰ বহু লোকজন মাৰিলে। সেই ৰণত বৰগোহাঁই প্ৰভৃতি সাত জন ডাঙ্গৰীয়া পৰিল। ১৯৯ ॥

তুৰ্ব্বকৰ আক্ৰমণ

পিচে ৰজাৰ আজ্ঞাৰে যুবৰাজ প্ৰভৃতি অনেক লোকজন খেদি আহি সলাত গড় দি থাকিল। ইতি সময় বৰগোহাঁইৰ ঘৈনীয়েকে (স্বামীৰ ঋণ সুজো বুলি) ঘোঁৰাত উঠি ৰণ কৰিবলৈ আহিল। তেওঁ সমুখ ৰণত মহানিদ্ৰা গ'ল। বৰপাত্ৰ-গোহাঁয়ে দেখি অনেক লোকজন লৈতে ধৰিলেগৈ। সেই দিনৰ ৰণত তুৰ্ব্বকে বলে নোৱাৰি ৰণ এৰি পলাল। গৌড় দেশৰ সীমালৈকে খেদি নিলে। ২০০ ॥

তুৰ্ব্বকৰ ৰণ-ভঙ্গ

পাচে পাৎসাৰ লোকে আগভেটি ধৰিলেহি। ৰজাৰ লোকৰ প্ৰাৰব্ধ দেখি পাৎসাৰ লোকে ৰণ এৰি পলাল। তাত ৰজাৰ লোকে খৰ্গ, চৰ্ম্ম, হিলৈ, হাতী ৩০ টা, ঘোঁৰা ৮ শ আদি বহু বস্তু পালে। (আগেয়ে উজনি দেশত হিলৈ নাইকিছিলে। তেতিয়াৰ পৰা হিলৈ প্ৰবল হ'ল)। আৰু তেতিয়াৰ পৰাহে কামৰূপ আহোমৰ অধীন হ'ল। আৰু গৌড়ৰ সীমাৰ পৰাও অধীন কৰি ললে। ২০১ ॥

আহোম-অধীন কামৰূপ

খৰ্গৰসোঁতাৰ কথা—পূৰ্ব্বে পাণ্ডুৰ ভাটী ৰাক্ষসী পৰ্ব্বতৰ উত্তৰখনিৰ পৰা উত্তৰ মুখে হাজোৰ কাষেৰে ব্ৰহ্মপুত্ৰ যাই বেশ্যাঘাট বৰলীয়ামুখৰ সেই পিনে আছিলে। যেতিয়া ৰজা নৰনাৰায়ণে কামৰূপলৈ আহিছিলে তেতিয়া লুইতৰ বৰ ভাজ থকা দেখি শোৱালকুচিৰ সেই পিনে অৰ্থাৎ ৰাক্ষসী পৰ্ব্বতৰ পৰা বৰলীয়ামুখলৈ এই ডোখৰ খণ্ডাই দিয়াইছিলে। তথাপি লুইত সেই পিনে প্ৰবল নহ'ল; হাজোৰ সেই পিনেই থাকিল। কিন্তু খণ্ডা সেই পিনে বাৰিষা হলে পানী বয়, খৰালি হলে প্ৰায় শুকায়, এইমতে আছিলে। পিচে যেতিয়া আহোম ৰজাৰ মানুহে তুৰ্ব্বকক ৰণত ভঙ্গায় তেতিয়া তুৰ্ব্বক লুইতেৰে ভটীয়াই গ'ল। ৰজাৰ লোকে পোনাই যাবলৈ আগৰ খণ্ডা সেই ডোখৰ (ৰাক্ষসী পৰ্ব্বতৰ পৰা বৰলীয়ামুখলৈ) খৰ্গাদি অস্ত্ৰৰ দ্বাৰায় খাণ্ডি পানী বোৱাই নাও উলিয়াই বৰলীয়ামুখতে বঙ্গালক আগভেটি ধৰি-মাৰি-কাটি খেদি নিলে। সেই দিনৰে পৰা সেইটি সোঁতা প্ৰবল হৈ সেই পিনেই ব্ৰহ্মপুত্ৰ হ'ল। হাজোৰেৰে যিটি আছিলে সিটি ক্ৰমে ক্ৰমে পুতি গাঙ কৰিলে। কিন্তু এটি নদীৰ সেজা আজিলৈকে আছে। তাক হাজোৰ সোঁতা বোলে। নতুন খনিক আজিলৈকে খৰ্গৰসোঁতা বোলে, বুলিও কয়। ২০২ ॥

খৰ্গৰসোঁতা

১৫৭১ শকত, ইং ১৬৫১ চনত খাওাৰী নামে নবাব এজন আহি আহোমক খেদি পুনৰায় কামৰূপ দখল ললে। তাৰ পিচে ১৫৮১ শক, ইং ১৬৫৯ চনত আকৌ আহোমে বল কৰি গৰীয়াক খেদি, আহোম ৰজাই গুৱাহাটী ললে। ২০৩ ॥

খাওাৰী

কামৰূপী ১০৭১ চনত, শক ১৫৮৪, ইং ১৬৬২ চনত জয়ধ্বজ ৰজাৰ দিনত ওৰঙ্গজেব পাৎসাৰ মীৰজুম্লা নামে নবাব এজন সাজি আহি আহোমক ৰণত ভঙাই ক্ৰমে উজনিৰ গড়গাৱঁলৈকে দেশ আক্ৰমণ কৰিছিলে। পিচে ৰজায়ে সন্ধি প্ৰাৰ্থনা কৰাত নবাবে তাতে মন্তমান হৈ সন্ধি কৰি দেশ এৰি দি গুচি গ'ল। ২০৪ ॥

মীৰজুম্লাৰে সন্ধি

পিচে ১৫৮৮ শকত ৰছিদ-খাঁ, ১৫৮৯ শকত ছৈয়দ পিৰোজ নবাবে কামৰূপ দখল কৰিছিলে, ভোগ ১ বৎসৰ। তাৰ পিচে আহোম ৰজায়ে মুছলমানক খেদি গৌহাটী ললে। তাৰ পৰা ওৰঙ্গজেব পাৎসায়ে শুনি ৰজা ৰামসিংহক পঠালে। ১৫৯১ শকত, ইং ১৬৭০ চনত ৰজা ৰামসিংহ ৩ লাখ সৈন্যে সৈতে সাজি আহিল। তাতে তেওঁ ৰণত ঘাতি পলাই গ'ল। লাচিত বৰফুকনে মনাহক সীমা কৰি দেশ ৰাখিলে। ২০৫ ॥

ৰামসিংহৰ পৰাজয়

১৬০১ শকত, ইং ১৬৭৯ চনত আন্দদ আজিম নবাবে সাজি আহি ৰণ কৰিলে। তাতে আহোম ৰজা ঘাটিল। গুৱাহাটীত মন্তুৰ-খাঁ নবাব থাকিল, ভোগ ৪ বৎসৰ। পিচে ১৬০৫ শকত, ইং ১৬৮৪ চনত আকৌ এই গুৱাহাটীত ডাঙৰ ৰণ হৈ বঙাল ঘাটিল। আহোমে মনাহ নদীক সীমা কৰি দেশ ৰাখিলে। (গুৱাহাটীত গড়গঞা সন্দিকৈ বৰফুকন হ'ল)। ২০৬ ॥

আহোম বঙ্গালৰ সীমা নিৰ্ণয়

আহোমে যেতিয়া কামৰূপ অধীন কৰি ললে তেতিয়াৰ পৰা (বঙ্গালৰ লগ লগা বুলি) কামৰূপী মানুহক বিশ্বাস নকৰি গুৱাহাটী নগৰৰ ভিতৰত ঘৰকৈ থাকিব নিদিছিলে। বৰুৱা, বৰকায়স্থ, চৌধাৰী, গোমস্তা প্ৰভৃতি বিষয়াসকলে পাণ্ডু গাৱঁত ঘৰকৈ থাকি গুৱাহাটীৰ ৰাজ-মেললৈ অহা যোৱা কৰিছিলে। আৰু আহোমে পূবে বৰনদী আৰু কলং নদী, পশ্চিমে নগাৰ বেৰাৰ পশ্চিমে শগুণবাৰী গাৱঁৰ পশ্চিম সীমা আৰু মনাহ নদী এইখনি কামৰূপত কামৰূপী চৰকাৰ নামটি ৰাখিলে। ২০৭ ॥

কামৰূপীৰ ওপৰত আহোমৰ অবিশ্বাস

আৰু তপাবিলাকক পৰগনা নাম দিলে। আৰু একো পৰগনাৰ ভিতৰত পৰগনা বুজি ২।৩।৪।৫।৬ খনকৈ তালুক। তালুকৰ ভিতৰত ২।৩।৪।৫।৬ খনকৈ লাট। একো লাটৰ ভিতৰত ৩।৪।৫।৬ খনকৈ গাওঁ দিলে। আৰু আগৰ দৰে বুজৰবৰুৱা, বৰকানু, চৌধাৰী, পাটৱাৰী, তালুকত তালুকদাৰ, লাটত ঠাকুৰীয়া, তাৰ তলে কাকতী; সাৰা বা গাওঁবাৰিকা পাতিলে আৰু আগৰ দৰে চাৰি ঘৰ গোমস্তা ৰাখিলে। (এতিয়া আমলাবোৰে যেনেকৈ লেখা পঢ়া কৰি থাকে গোমস্তাহঁতেও সেইমতে) ৰাজহৰ সকল কৰ্ম্মৰ লেখা পঢ়া কৰি থাকে। এপৰ বেলি হোৱাত কৰ্ম্মত উপস্থিত হয়। শেষ বেলা বিদায় পায়। আৰু বৈশাখৰ বিহু, পূজা, অম্বুবাচী ইত্যাদি পৰ্ব্বত কৰ্ম্ম কৰিব নেলাগিছিল। (যেনে এতিয়া কাছাৰী বন্ধ হয়)। ২০৮ ॥

বন্দবস্তিৰ পৰিবৰ্ত্তন

আৰু পাইক বান্ধিলে। এপোৱা পাইকৰ (খাটনিৰ বাবে) গাৰধন বছেৰেকত ৫৲ টকি ৰূপ। তাকে নগদ ৰূপ দিব নোৱাৰিলে পচৰা কাপোৰ দিলেও লৈছিলে। আৰু বাৰী-বস্তি মাটিৰ কটল নাইকিছিলে। আন আন খেতিকৰা মাটিৰ কটল ১ পুৰা মাটিত বছেৰেকত পৰগনা বুজি ৵১০ অনা, ৶০ অনা, ৷৴০ অনাকৈ আছিলে। আৰু জোখাৰ মাটি বিনে হাবি ভাঙ্গি খালে তাৰ কটল নাইকিছিলে। ২০৯ ॥

পাইকৰ বন্দবস্তি

আৰু কামৰূপীয়ে কটলৰ ধন দিবৰ, দৰঙ্গী মানুহে ৰাজহৰ আৰু ফুকন, বৰুৱা, আহোম বিষয়াহঁতৰ লগত খাটিবৰ (এতিয়া হলে কুলি খটা) নিয়ম কৰিছিলে। আৰু দুৱৰীয়া ৰজাহঁতেও ৰাজকৰ দিবৰ আৰু যুজাৰু পাইক ৰাখিবৰ নিয়ম কৰি দিছিলে। ২১০ ॥

কামৰূপী আৰু দৰঙ্গীৰ ৰাজহৰ ব্যৱস্থা

আৰু ভালমানুহবোৰৰ আন একো কটল নাইকিছিলে। গিৰিজায়ৰ * ভাল মানুহবোৰে নকৈ ৰজা হলে এটকা সোণ দিব লাগিছিল। তাকে দিলে ৰাজ বঁটা কাপোৰ এসাজ পাইছিলে। পৰ্ব্বাজায়ৰ ভাল মানুহবোৰে পাইকান মাটিৰ কটল দিব লাগিছিলে। আৰু ভাল মানুহবোৰক (প্ৰবৰ্ত্তিবলৈ) নিষ্কৰকৈ জমা মাটি দিছিলে। ২১১ ॥

ভাল মানুহ

* ভাল মানুহ দুই শ্ৰেণী (১) গিৰিজায়—১ গিৰি। (২) পৰ্ব্বাজায়—।০ পোৱা।—গ্ৰন্থকাৰ।

আৰু ভগা-বিষয়াসকলক নিষ্কৰকৈ মান-মাটি দিছিলে। পতা-বিষয়াসকলে-যাৰ যি নিয়ম সেইমতে মান-মাটি আৰু বণ কৰিবলৈ মানুহ পাইছিলে। তাত সেৱাই

মান-মাটি

এতিয়াৰ নিচিনা ৰূপ নেপাইছিলে। আৰু পূৰ্ব্ব ৰজা-সকলে যাক যি দেৱত্তৰ, ব্ৰহ্মত্তৰ, ধৰ্ম্মত্তৰ, নানকাৰ, মছলমানৰ পীৰ-পাল কৰি মানুহ মাটি দিছিলে তাক সেইমতে ৰাখিলে আৰু আহোম ৰজাসকলেও সেইমতে দিলে। আৰু ছয় কুৰি গোট পাইক হুচৰি সাৰা। সিহঁত বুজৰবৰুৱাৰ তলে থাকে। ২১২ ||

দেশৰাণী

গদাধৰসিংহ ৰজাৰ দিনত তপে বংশৰৰ গৰলদেহি তালুকখনি বংশৰৰ ভিতৰৰ পৰা গুচাই আৰিমত্ত ৰজাৰ জীয়েকৰ ধনী ৰাণীৰ বংশৰ গাৰো ৰজাৰ ৰাণী এজনীক দি দেশৰাণী নাম দিলে। ২১৩ ||

মাটি মানুহৰ পিয়ল আৰু নতুন বন্দবস্তি

শিৱসিংহ আৰু প্ৰমত্তসিংহ ৰজাৰ দিনত কায়েম ভঁৰালী-বৰুৱাক পঠিয়াই কামৰূপত মাটি মানুহৰ জনাজত পিয়ল কৰি পাইক বান্ধিলে। আৰু পৰগনাবোৰ নতুনকৈ বন্দবস্ত কৰিলে। তপে বংশনৰ সৰুবংশৰ ১, ৰৰবংশৰ ১, এই দুখন। পৰগনা খেত্ৰিভাগৰ সৰুখেত্ৰি ১, ৰৰখেত্ৰি ১, এই দুখন। পৰগনা কোঞাৰ ভাগৰ পূৰ্ব্বপাৰ ১, পশ্চিমপাৰ ১, এই দুখন। পৰগনা ৰৰভাগৰ উপৰ-ৰৰভাগ, নাম-ৰৰভাগ, এই দুখন কৰিলে। আৰু আগৰ পৰগনা কেতবোৰ গুচালে। আৰু অনেক দেৱালয়ত মাটি মানুহ দিছে, মঠ মন্দপ কৰি দিছে। আৰু প্ৰজাসকলো বৰ সুখে আছিলে। (কামৰূপৰ সেই পিয়লি কাকত এতিয়া ইংৰাজ মহাৰাজাৰ গুৱাহাটীৰ কাছাৰীত আছে। তাক বৰ যতন কৰি ৰাখিছে)। ২১৪ ||

দুৰ্ভিক্ষ

লক্ষ্মীসিংহ ৰজাৰ দিনত এই কামৰূপত (আগেয়ে ডাঙ্গৰ পানী হৈ পিচে বৰষুণ নোহোৱাত দেশত খেতি কম হৈ) বৰ আঁকাল হৈছিলে। সেই আকালত (ভাত খাবলৈ নেপাই) অনেক মানুহৰ প্ৰাণ নষ্ট আৰু অনেক মানুহ দেশান্তৰিয়ো হৈছিলে। তেনাই আকাল এতিয়া-লৈকে হোৱা নাই; আগলৈও ঈশ্বৰে নকৰক। আহোম ৰজাসকলৰ দিনত দেশত খেতি কম বা আকাল হলেই প্ৰজাসকলে ৰাজুকৰৰ পৰা মুক্ত পাইছিলে। আৰু মোৱামৰীয়া বুলি এটোল অসভ্য মানুহ ৰজাৰ বিপক্ষ হৈ আহি মানুহৰ জাতি নষ্ট কৰিব ধৰিছিলে। পিচে ৰজাই সিহঁতক পৰাভয় কৰাত সকলোৱে ৰক্ষা হ'ল। ২১৫ ||

## সপ্তম অধ্যায়।

### গুৱাহাটীত আহোম।

কমলেশ্বৰ ৰজাৰ দিনত এই গুৱাহাটীত বলাই নামেৰে এজন বৰবৰা আছিলে। তেওঁ কামৰূপী ভাল মানুহসকলে সৈতে বৰ ইষ্টাঙ্গত। পিচে এদিন তেওঁ

বলাই বৰবৰাৰ কোপ

কামৰূপী বিষয়াবোৰক জলপান খুৱাবলৈ মন কৰি বৰুৱা, বৰকাস্থু সকলকে মিনতি ভাবেৰে ধৰিলে। সিবিলাকে হৰদত্ত বৰুৱাক আগ কৰি কলে, বোলে, "কামৰূপীয়ে অহমীয়া মানুহৰ ঘৰত জলপান খোৱা ব্যৱহাৰ নাই, এতিয়া আমি কিয় খাম?" এনে কথা শুনি বলাই বৰবায়ে হৰদত্তেহে খাব নিদিয়ে বুলি হৰদত্তলৈ খং কৈ লাহে লাহে দুয়োৰো দ্বন্দ হ'ল। ২১৬ ॥

গুৱাহাটীৰ বৰফুকনজনা বৰবৰাৰ ফলীয়া। এই নিমিত্তে কামৰূপী বৰুৱা, বৰকাস্থু সকলো সমালোচন কৰি এই কামৰূপত দৰঙ্গীৰ কোঁৱৰক ৰজা পাতিম

আহোম কামৰূপীৰ ৰণ

বুলি হৰদত্ত বৰুৱাক ভাটীলৈ পঠিয়াই অনেক যুজাৰু মানুহ অনালে। যেতিয়া হৰদত্ত ৰণৰ সমুখ হ'ল, তেতিয়া কামৰূপী বৰ মানুহবোৰে হৰদত্তৰ লগ এৰিলে। তেও হৰদত্তে ৰণ নেৰিলে। এইমতে সাত বৎসৰ ৰণ কৰে আৰু ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰ অধীন কৰি লয়। সেই কেই বৎসৰত কামৰূপত সন্যাসন্তৰ পাৰাপাৰ নাছিলে। ২১৭ ॥

পিচে হৰদত্তে যুজাৰু মানুহক ধন দিব নোৱাৰি সৈন্য আনিব নোৱাৰাত,

হৰদত্তৰ পলায়ন আৰু হত্যা

বুদ্ধিহত কৈ লগুৱা চাইটি সহিতে সন্ধীয়াৰ জাৰত সোমাই লুকাই আছিলে। বৰফুকনে শুনি চিপাহীৰে ধৰাই অনাই কাটিলে নি। ইয়াৰ বিস্তৰ কথা আছে। পুথি বেচি হয় নিমিত্তে লেখা নগ'ল। ২১৮ ॥

লুকি মৌজাৰ হৰদত্ত ৰজায়ো আহোমক অমান্য কৰি খানা নদীৰ পশ্চিম খণ্ড

হৰদত্তৰ বিদ্ৰোহ

দখল কৰি কেই বছৰমান অধীন কৰি লৈছিলে। পাচে আহোমে সন্ধি কৰি আকৌ কৰতলীয়াকৈ ৰাখিলে। ২১৯ ॥

# অষ্টম অধ্যায়।

## আহোম ৰাজত্বৰ শেষ।

চন্দ্ৰকান্ত ৰজাৰ দিনত ৰজাৰে আৰু মন্ত্ৰী বুঢ়াগোহাঁইৰে দ্বন্দ হোৱাত (ৰজাৰ ফলীয়া) বদনচন্দ্ৰ বৰফুকনে চিপাহী খুজিবলৈ কলিকতাৰ লাট চাহেবৰ ওচৰলৈ গৈ তাত চাহাবে চিপাহী নিদিয়াত তেওঁ সেইপিনে চিলঠেৰে মানৰ দেশলৈ যায়। মানৰ ৰজাত কৈ মান আনি ৰজাৰ উপকাৰ কৰিলে। আৰু বুঢ়াগোহাঁইও পঞ্চত্ব পালে। ২২০॥

বদনৰ মান আনয়ন

পিচে ৰাজমাওৰ কুমন্ত্ৰণাত ফুকনদেও লোকান্তৰ হলে বুঢ়াগোহাঁইৰ পুতেকহঁতে আকৌ ৰজাৰ শত্ৰু হৈ উঠিল। তাকে দেখি ওপৰত কোৱা বৰফুকনৰ পুতেক-হঁতে আকৌ মান আনিলেগৈ। ৰজায়ে তেওঁৰ বিপক্ষে মান অহা বুলি ৰণ কৰাত বলে নোৱাৰি ৰজা, মন্ত্ৰী সকলো গুৱালপাড়ালৈ পলাই গ'ল। (আহোমৰ ৰাজত্ব প্ৰথম ৩ বৎসৰ, মধ্যতে ১১ বৎসৰ, শেষ ১৪১, মোটত ১৫৫ বৎসৰ মাত্ৰ)। সেই বেলিয়ে (কামৰূপী ১২২৯ চনত, ১৭৪৩ শকত, ইং ১৮২১ চনত) মানৰ উপদ্ৰৱত কামৰূপীৰ দুখৰ পাৰাপাৰ নাই। মানুহৰ সম্পত্তি লুটিলে আৰু অনেক তিকতাৰ জাতি নষ্ট কৰিলে। আৰু অনেক মানুহ কাটিলে। আৰু তিকতায়ে, মুনিহে কত মানুহ ধৰি নিলে তাৰ সীমা সংখ্যা নাই। আৰু দেৱালয়বোৰৰো সম্পত্তি লুটি নিলে। পিচে কেদাৰনাথৰ দেৱালয়লৈ যাব ধৰাত কেদাৰনাথৰ খটখটি পোৱাত চকুৰে নেদেখা হ'ল। এতেকে কেদাৰলৈ মাত্ৰ যাব নোৱাৰিলে। পিচে মহামিঙ্গি পান্দুলা নামে মানৰজাৰ বৰগোহাঁই (অৰ্থাৎ মন্ত্ৰী) এজনা আহি এই গুৱাহাটীত থাকি দেশ শাসন কৰিব ধৰিলে। কিন্তু তেওঁ অধিক দিন নেথাকিল। উজনিত যোগেশ্বৰ নামেৰে ৰাজবংশী এজনক ৰজা কৰি থৈ তেওঁ গ'লগৈ। মানৰ ডাঙ্গৰীয়া-সকলে আহোমৰ নিয়মেৰে ফুকন-বৰুৱা পাতি আৰু কৰ-কটল লৈ দেশ শাসন কৰিলে। পিচে আৰু এঁকো উপদ্ৰৱ নকৰিছিলে। এইমতে ৩ বৎসৰ। ২২১॥

মানৰ দ্বিতীয় আক্ৰমণ

# নবম অধ্যায়।

## আসামত ইংৰাজ ৰাজত্ব বিস্তাৰ।

পিচে ১৭৪৫ শক, ইং ১৮২৪ চন, কামৰূপী ১২৩২ চন, বাঙ্গালা ১২৩০ চনৰ চৈত্ৰ মাহত ইংৰাজ মহাৰাজাৰ ফলীয়া মহামন্ত্ৰী চুনিয়ৰ ডেবিট্ স্কট্ চাহেবে ৪,০০০ হাজাৰ চিপাহী পঠিয়াই মানক ৰণত জিনি* আহোম ৰজাৰ দেশখনি ইংৰাজ মহাৰাজাৰ হস্তগত কৰি ললে, লৈ আহোমে যিখনি চৰকাৰ কামৰূপ নাম দিছিলে তাকে জিলা কামৰূপ নাম দিলে। আৰু ডাঙ্গৰ ডাঙ্গৰ চৌধাৰীবোৰক পুলিচী, দেৱানী, ফৌজদাৰী বিচাৰ কৰিবলৈ এক্তাৰ দিলে। ২২২ ॥

ইংৰাজৰ আসাম অধিকাৰ

পিচে ওপৰত কোৱা মহামন্ত্ৰী চাহেব খাচীয়াৰ তেৰসিং ৰজাৰ ৰণত পঞ্চত্ব পালে। তাৰ পিচে তেৰসিং ৰজাকো মাৰিলে; আৰু লাহে লাহে খাচীয়া পৰ্ব্বতো ইংৰাজৰ অধীন হ'ল। ২২৩ ॥

খাচীয়া পৰ্ব্বত অধিকাৰ

পিচে আহোমৰ নিয়মটিইত লৰালে। আৰু বুজৰবৰুৱা, বৰকায়ু, গোমস্তা, এই তিনিটি বিষয় গুচালে। ১৭৫৬ শকত, ইং ১৮৩৪ চনত বানত বগন্ কালেক্টৰ চাহেবে পৰগনাবিলাক খণ্ড খণ্ড কৰিলে। আৰু পৰগনা-বোৰৰ সীমাবোৰো ঠিকনা কৰি দিলে। আৰু যি মানুহৰ যিখনি মাটি আৰু কটলৰ ধন লেখি একোখনি পট্টা নামেৰে কাকত দিলে। পিচে লাখেৰাজ মাটিবোৰৰ বিচাৰ পাতি দেৱালয়ৰ ভোগধনীত নিষ্কৰ, আন আন লাখেৰাজ মাটিত আধা কৰ লগালে। আৰু তালুকদাৰ বিষয়টিও উঠিল। বৰপেটাত এখনি মহকুমা কৰি তাতে এটি বিচাৰ-কৰ্ত্তা হাকিম ৰাখিছে। আৰু এই কামৰূপৰ ভিতৰত ডাঙ্গৰ ডাঙ্গৰ চৌধাৰীবোৰক পুলিচৰ আৰু দেৱানী আৰু ফৌজদাৰী বিচাৰ কৰিবলৈ আগেয়ে যিটি এক্তাৰ দিছিলে সেইটি গুচালে। আৰু পুলিচৰ ১০ খনি থানা কৰিলে। তাৰ মহকুমাৰ অধীনত ৩ খন, গুৱাহাটীৰ অধীনত ৭ খন। তাৰ পিচত ৰৌলট কালেক্টৰ চাহাবৰ দিনত ঠাকুৰীয়া, কাকতী বিষয়টিও গুচালে। ইটি নায়ত কালেক্টৰ চাহাবৰ

বিষয়া আৰু বন্দবস্তিৰ পৰিবৰ্ত্তন

* মান যি সময় ইংৰাজৰ ৰণত ঘাতি উজায় যায় তেতিয়াও ওপৰত কোৱাৰ দৰে কামৰূপী মানুহক বৰ উপদ্ৰৱ কৰি গৈছে। তাক লেখিলে পুথি বিস্তৰ হয়। এই নিমিত্তে লেখা নগ'ল।
—গ্ৰন্থকাৰ।

আমোলত পৰগনাবোৰক মৌজা, আৰু চৌধাৰীবোৰক মৌজাদাৰ নাম দিলে। হুচৰি সাৰা বুলি (এতিয়া হলে পিয়দা) ৰাজকাৰ্য্যকাৰক যিসকল লোক আছিল সিবিলাকো গুচালে। ২২৪ ॥

দেৱানগিৰি দখল

১৭৮৬ শকত, ইং ১৮৬৪ চনত (বাস্কা দুৱাৰৰ কটলৰ নিমিত্তে) ভুটীয়া সহিতে ৰণ হৈ ভুটীয়াক খেদি দেৱানগাড়ী দখল কৰি তাতে ৪০০ চিপাহীয়েৰে কৰ্ণেল কেম্বল চাহেব কোঠ মাৰি থাকিল। ২২৫ ॥

ভোটৰ আক্ৰমণ

পিচে কেই দিনমানৰ মূৰত ভোটৰ অনেক সৈন্য আহি ৰণত সমুখ হোৱাত কৰ্ণেল চাহাব ৰণৰ ভাব বুজি খাৰ, গুলি আৰু চিপাহী (জৰ্ণেল চাহাবলৈ) খুজি পঠোৱাত তেওঁ নেদিলে। কৰ্ণেল চাহাবে প্ৰাণক-তাকি সাত দিন সাত ৰাতি ৰণ কৰিলে। ভোট জিতিল। কৰ্ণেল চাহাবে একো উপাই নাপাই আধামৰা চিপাহী কেইটামানে সৈতে পলাই আহিলে (নাহিলেও বিনাযুদ্ধে মৰিলহেঁতেন)। তেওঁ যেনে সুবুদ্ধিৰ মানুহ অল্প যো পালেই তেনে নকৰিলেহেঁতেন। তথাপি লাট চাহাবৰ বিচাৰত কৰ্ণেল পদখনি গ'ল। তাতে কামৰূপী মানুহবোৰে বৰ অসন্তোষ পালে। ২২৬ ॥

ভোটৰ সৈতে তৃতীয় বাৰ ৰণ

তাৰ পিচত ১৮৬৫ চনত ভোটৰ ৰণলৈ বুলি ইংৰাজ মহাৰাজাৰ অনেক সৈন্য আহিব ধৰিলে। হাতী-ঘোঁৰা, গৰু-ছাগলি, তাৰ লেখা জোখা নাই। আৰু বিলাতী গোৰা চিপাহীও আহিছিলে। শ্ৰীযুত কৰ্ণেল হবকিন্সন্ কমিচনৰ চাহাব সৈসঙ্গে সাজি যাই ভোটক আগুৰি ধৰিলেগৈ। সিয়োটি ৰণ কম নহৈছিলে। অনেক সৈন্য পৰিল। পাচে ভোটক জিনি দেৱানগাড়ী দখল ললে। সেই ৰণলৈ চিপাহী যোৱাৰ সময় কামৰূপী মানুহৰ অনেক দুৰ্গতি হৈছিল। আৰু ৰঙ্গিয়াত চিপাহীৰ ঘৰ বান্ধিবলৈ আৰু বস্তু কঢ়িয়াবলৈ অনেক সৰু সৰু মানুহ ৰাখিছিলে। তাতে মৰণ লাগি অনেক মানুহ পঞ্চত্ব পালে। কামাখ্যাৰ কৃপাত সোনকালে ৰণ জয় হোৱাত সকলোৱে ৰক্ষা হ'ল। ২২৭ ॥

পিচে পাটোৱাৰী বিষয়টিও গুচাই মৌজাৰ ভিতৰত ১।২।৩।৪।৫।৬ জনকৈ মণ্ডল পাতিলে। সিহঁতক মাহিলি ৬ টকাকৈ মাহিনা দিয়ে। ওপৰন্ত কোনো

নানাদৰে দুৰ্গতি হোৱাতে কামৰূপী মানুহ ( কামাখ্যাৰ কৃপাত ) আন দেশলৈ যাবৰ ইচ্ছা নকৰে। কিয়নো এই দেশৰ ধান, কপাহ, মাহ, সৰিয়হ, লাহা, জখাৰ, তামোল, পান ইত্যাদি সকলো দ্ৰব্য উৎপন্ন হয়। এতেকে ধন অধিক নহলেও খোৱা পিন্ধাটি অলপ পৰিশ্ৰম কৰিলেই হয়। অনেক পুণ্যক্ষেত্ৰও আছে। এইমাত্ৰ সুখ। ২২৮॥

মণ্ডল-বিষয়াৰ সৃষ্টি

আৰু এই দেশত শৈৱ, শাক্ত, শৌৰগাণপত্য, বৈষ্ণব, এই চাৰি বিধ হিন্দুধৰ্ম্মী মানুহ আছে। কিন্তু আনত বৈষ্ণব অধিক। বৈষ্ণবৰ ভিতৰত শ্ৰীচৈতন্য সম্প্ৰদায়ৰ দামুদৰী, হৰিদেৱী, মহাপুৰুষীয়া, এই তিনিটি মতেৰে ঈশ্বৰ উপাসনা কৰে। আৰু এই দেশত ব্ৰাহ্মণ আদি সকলো জাতিৰ মানুহ আছে। কিন্তু ক্ষেত্ৰি জাতিৰ মানুহ ইয়াত নাই। ২২৯॥

ধৰ্ম্ম-সম্প্ৰদায় বিভাগ

## দশম অধ্যায়।

## কামৰূপৰ তীৰ্থ, পৰ্ব্বত আৰু নদী।

এই কামৰূপ জিলাৰ ভিতৰত যিসকল দেৱস্থান আৰু তীৰ্থাদি আছে তাৰ সংক্ষেপ কথা ;—

বাঘেশ্বৰী—দক্ষিণকূলৰ খাৰিজা-বাৰস্তি আৰু বাৰস্তি মৌজাত চণ্ডীকাদেবীৰ দেৱালয় আৰু বাঘেশ্বৰী দেবীৰ দেৱালয়। ২৩০॥

মেৰঘৰ—পাণ্টান মৌজাৰ ভিতৰত লক্ষ্মীন্দাৰৰ মেৰঘৰ আছে। ২৩১॥

বশিষ্ঠ—বেলতলা মৌজাৰ ভিতৰত বশিষ্ঠ ঋষিৰ আশ্ৰম। তাতে যোগেশ্বৰ শিৱৰ বশিষ্ঠ নামেৰে শিৱৰ দেৱালয় আছে। তাৰ গুৰিত বাশিষ্ঠ গঙ্গা—সন্ধ্যা, ললিতা, কান্তা, এই তিনিধাৰ। তিনিও যিখনিত লগ হৈছে সেইটি কুণ্ড। তাত লোকসকলে স্নান-তৰ্পণ কৰে। আৰু সেই বাশিষ্ঠ গঙ্গাকে ভৰলু নদী বোলে। তেওঁ উত্তৰ বাহিনী হৈ লুইতত পৰিছে। ২৩২॥

বেলতলা—আৰু বেলতলা মৌজাখনিৰ চাৰিও দুৱাৰে গণেশ আছে। গণেশৰ গুৰিয়ে গুৰিয়ে একোটি নিৰ্ঝৰা অৰ্থাৎ নদী। সিসকলো তীৰ্থ। ২৩৩॥

সিঙ্গৰা আৰু কলসী নদী—আৰু জুকি মৌজাৰ মাজেৰে সিঙ্গৰা নামে এটা বৃহৎ

নদী, তেওঁ উত্তৰ বাহিনী হৈ লুইতত মিলিছে। ও সিঙ্গৰা নদীৰ পুবে কলসী নদী, তেওঁ সৰু নদী নহয়। তেওঁ পশ্চিম বাহিনী হৈ সিঙ্গৰায়ে সৈতে লুইতত মিলিছেগৈ তেওঁক চোৰৱী নদীও বোলে। ২৩৪ ॥

ডিবৰু নদী—দক্ষিণকূলৰ পূৰ্ব্বফালে ডিবৰু নামেৰে এটা বৃহৎ নদী আছে। ২৩৫ ॥

নবগ্ৰহ—ৰামচা মৌজাত চিত্ৰাচলত নবগ্ৰহ দেৱালয় আছে। ২৩৬ ॥

উগ্ৰতাৰা—গুৱাহাটীৰ ভিতৰত পূৰ্ব্বফালে ভগবতীৰ নাভিচক্ৰ, তাকে উগ্ৰতাৰা দেৱালয় বোলে। ২৩৭ ॥

ছত্ৰাকাৰ দেৱালয়—তেওঁৰ উত্তৰে দ্বিতীয় মদনাচলত ছত্ৰাকাৰ দেৱালয়, মঙ্গলচণ্ডী দেবীৰ স্থান। ২৩৮ ॥

শুক্ৰেশ্বৰ—তাৰ পশ্চিমে ব্ৰহ্মপুত্ৰৰ কাষত হস্তী পৰ্ব্বতত শুক্ৰমুনিৰ আশ্ৰম। তাতে শুক্ৰেশ্বৰ শিৱৰ দেৱালয়। ২৩৯ ॥

জনাৰ্দ্দন—তেওঁৰ গুৰিতে পশ্চিমফালে বিষ্ণুৰ নাভিচক্ৰ জনাৰ্দ্দন দেৱালয় আছে। ২৪০ ॥

কামাখ্যা—জনাৰ্দ্দনৰ পশ্চিমে নীলাচল। তাত কামাখ্যা ঠাকুৰাণীৰ পীঠ। তেওঁৰ চাৰিওফালে দশ মহাবিদ্যাৰ দেৱালয়, বিষ্ণুৰ দেৱালয়, আৰু অনেক দেৱালয় আছে। আৰু সেই পৰ্ব্বততে কেদাৰক্ষেত্ৰ অৰ্থাৎ কাশীক্ষেত্ৰ আছে। তাতে মানুহ মৰিলে দক্ষিণ কাণ ওপৰলৈ কৰি মৰে। আৰু সৌভাগ্য নামে এটা মহাতীৰ্থ আছে। আৰু বিষ্ণুপদ আছে। তাত শ্ৰাদ্ধ কৰিলে গয়াৰ শ্ৰাদ্ধ হয়। নীলাচল পৰ্ব্বতৰ তীৰ্থক্ষেত্ৰৰ মহিমা মনুষ্য শক্তিয়ে কব নোৱাৰে; শাস্ত্ৰ দেখিলে জানিব পাৰিব। ২৪১ ॥

পাণ্ডুনাথ—নীলাচল পৰ্ব্বতৰ পশ্চিমে লুইতৰ গুৰিত পাণ্ডুনাথ পৰ্ব্বত। তাত পাণ্ডুনাথ শিৱৰ দেৱালয়। সেই পৰ্ব্বতৰ বায়ু কোণে ১৬ হাত অন্তৰত এটি ব্ৰহ্মকুণ্ড আছে। তাৰ মাহাত্ম্য কব নোৱাৰি। কিন্তু শাস্ত্ৰে কৈছে তাত কাউৰ পৰিলে শুক্লবৰ্ণ হয়। কিন্তু সেই তীৰ্থটি এতিয়া লুইতৰ ভিতৰত হৈছে। চিনি পোৱা টান। ২৪২ ॥

কৰ্ম্মনাশা—শুক্ৰেশ্বৰৰ পূৰ্ব্বফালে যি থলত হপকিন্সন্ কমিচনৰ চাহাবৰ বঙ্গলা আছে সেই স্থানটি ভগদত্ত ৰজাৰ মেলকৰা ঘৰৰ ভেটা। তাৰ আৰু শুক্ৰেশ্বৰৰ ঈশান কোণে লুইতৰ ভিতৰত কৰ্ম্মনাশা পৰ্ব্বত। স্নান বা আন পুণ্য কৰ্ম্ম কৰি তাৰ ফালে চালেই কৰ্ম্মৰ ফল নষ্ট হয়। ২৪৩ ॥

উৰ্ব্বশী—কৰ্ম্মনাশাৰ উত্তৰে উৰ্ব্বশী পৰ্ব্বত। তাত জয়েশ্বৰ শিৱ আছে। বিষ্ণুপদ গয়াতীৰ্থ আছে আৰু অনেক অনেক তীৰ্থ আৰু মোক্ষ স্থান আছে। ২৪৪ ॥

অগস্তি তীৰ্থ—উৰ্ব্বশীৰ উত্তৰে অগস্তি তীৰ্থ। যোগিনীতন্ত্ৰে কৈছে অশ্বক্ৰান্ত প্ৰভৃতি তীৰ্থসকলত পাপ কৰিলে সকল পাপেই নাশ হয়। ২৪৫ ॥

উমানন্দ—অগস্তি তীৰ্থৰ উত্তৰফালে ভস্মাচল। তাত উমানন্দ শিৱৰ দেৱালয়। তাৰ চাৰিওফালে বহু তীৰ্থ আছে। সৃষ্টিৰ আদিতে সদাশিৱে ত্ৰিশূল পুতি তাতে ভস্ম দি, তাতে বসি পাৰ্ব্বতীক জ্ঞান কৈছে, এতেকে ভস্মাচল বোলে। সি এটি মোক্ষ স্থান। ২৪৬ ॥

অশ্বক্ৰান্ত—উমানন্দৰ পশ্চিমে লুইতৰ কাষতে অশ্বক্ৰান্ত দেৱালয়। কূৰ্ম্মৰূপী জনাৰ্দ্দনৰ পীঠ। তাৰ পূবফালে ব্ৰহ্মকুণ্ড। তাৰ উত্তৰে দ্বাদশ তীৰ্থ আৰু গয়াতীৰ্থ, বিষ্ণুপদ আছে। তাতে লোকসকলে শ্ৰাদ্ধ কৰে, স্নান-তৰ্পণ কৰে। কলিকালত অশ্বক্ৰান্ত তীৰ্থৰাজ। (অশ্বক্ৰান্ত সমে তীৰ্থ নাস্তি ব্ৰহ্মাণ্ড গোচৰে)। অশ্বক্ৰান্তৰ সমান তীৰ্থ নাই আৰু তাতে ব্ৰহ্মপুত্ৰৰ লগ, এতেকে তাৰ মহিমাৰ কথা কব নোৱাৰি। ২৪৭ ॥

আৰ পৰ্ব্বত—অশ্বক্ৰান্তৰ উত্তৰে গোদন্ত পৰ্ব্বত। অশ্বক্ৰান্তৰ পূৰ্ব্বে কৰ্ম্মনাশাক আৱৰণ কৰি 'আৰ' পৰ্ব্বত নামে এখনি পৰ্ব্বত আছে। তাকে ইন্দ্ৰাচল বোলে। দেৱতাৰ কপতত সেই ইন্দ্ৰাচলৰ দক্ষিণৰ ফালে আদখন ব্ৰহ্মপুত্ৰে পূৰ্ব্বে থহাই নিছে। এতেকে অশ্বক্ৰান্ত তীৰ্থত স্নান কৰিলে কৰ্ম্মনাশা পৰ্ব্বত দেখা পায়। বৰলোকসকলে ক্ষেত্ৰ আৰু তীৰ্থৰ পূৰ্ব্বফালে আৱৰণ দি কৰ্ম্ম কৰে। ২৪৮ ॥

মণিকৰ্ণেশ্বৰ—অশ্বক্ৰান্তৰ পূৰ্ব্বে কিঞ্চিৎ উত্তৰে মণিশৈল নামে পৰ্ব্বত আছে। তাতে মণিকৰ্ণেশ্বৰ নামে শিৱৰ দেৱালয় আছে। সেই ক্ষেত্ৰৰ উত্তৰফালে মঙ্গলা নামে নদী (এতিয়া বৰ নদী বোলে) মহাতীৰ্থ আছে। ২৪৯ ॥

দীৰ্ঘেশ্বৰী—মণিশৈলৰ উত্তৰে পৰ্ব্বতত দীৰ্ঘেশ্বৰী দেৱালয়, ভগৱতীৰ স্থান। অশ্বক্ৰান্তৰ আৰু তীৰ্থৰ সেই ডোখৰৰ ভিতৰতে বৃন্দাবন ক্ষেত্ৰ আছে। ২৫০ ॥

চন্দ্ৰশৈল—উমানন্দৰ উত্তৰে সিন্দুৰীঘোপা মৌজাৰ ভিতৰত চন্দ্ৰশৈল আছে, চন্দ্ৰমাধৱৰ স্থান। এতিয়া তেওঁ অদৃশ্য হৈ আছে, কাল পালে ওলাব। মণিকূটতকৈ এগুণ বেচি মহিমা। ২৫১ ॥

নটকাচল—তাতে নটকাচল নামে এখনি পৰ্ব্বত আছে তাকে দ্বিতীয় কৈলাস বুলি কয়। তাতে লক্ষ্মীন্দাৰৰ যৈনীয়েক বেহুলায়ে নাট কৰি লক্ষ্মীন্দাৰক জীয়াই-ছিলে। মহা পুণ্য স্থান। ২৫২ ॥

মাৰুতাচল—নটকাচলৰ নৈঋত্য কোণে মাৰুতাচল। এতিয়া তাক চিনাৰ পৰ্ব্বত বোলে। ২৫৩ ॥

অগ্ন্যাচল—মাৰুতাচলৰ নৈঋত্যে অগ্ন্যাচল। তাতে আপুনি জুই উঠি বন-খেৰ সকলো পুৰি যায়। তাতে বান ৰজাৰ তপস্যাৰ সাধক শিৱ অগ্নিবাণেশ্বৰ নামে দেৱালয়। ২৫৪ ॥

গন্ধমাৰ্দ্দন—অগ্ন্যাচলৰ পশ্চিমে গন্ধমাৰ্দ্দন পৰ্ব্বত। তাতে গোখৰ কাটাৰ গাছ আছে। ২৫৫ ॥

গৰুড়াচল—গন্ধমাৰ্দ্দনৰ উত্তৰে কিঞ্চিৎ পশ্চিমাংশে গৰুড়াচল। তাতে বাদ্‌সাহ চুলতান গয়াচুদ্দিনৰ কবৰ আৰু তাতে পোৱা মক্কা নামেৰে মছলমানৰ মছজিদ্ এটি আছে। ২৫৬ ॥

মদনাচল—গৰুড়াচলৰ অগ্নিকোণে মদনাচল। তাত ঈশ্বৰ কেদাৰনাথৰ দেৱালয় প্ৰধান ক্ষেত্ৰ। তেওঁৰ মহিমা আজিলৈকে আছে। পূৰ্ব্বে চুলতান গয়াচুদ্দিনে তেওঁৰ মঠ ভাঙ্গিব যোৱাত তেওঁৰ খট্‌খটিতে তেজে বতীয়াই মৰিল। তেওঁৰ সেই মন্দপটি শুদ্ধ পাথৰেৰে নিৰ্ম্মিত। ২৫৭ ॥

কেদাৰ—কেদাৰৰ মন্দপৰ পূবফালে কমলেশ্বৰ শিৱৰ দেৱালয়। কেদাৰৰ মন্দপৰ অগ্নিকোণে শিলৰ ওপৰতে এটি সৰোবৰ আছে। তাৰ জলেৰে কেদাৰনাথৰ স্নান পূজা হয়। সি মহাতীৰ্থ। তাৰে পানী বাৰিষা-খৰালি একেদৰে থাকে। ২৫৮ ॥

হয়গ্ৰীব মাধব—কেদাৰনাথৰ পশ্চিমে মণিকূটাচল, হয়গ্ৰীব মাধবৰ দেৱালয়। শ্ৰীক্ষেত্ৰৰ শ্ৰীজগন্নাথৰে একে বস্তুৰ পৰা হৈছে। সেই মণিকূটাচলক দ্বিতীয় বৈকুণ্ঠ ব্যাখ্যা আছে। শ্ৰীমাধবৰ মন্দপটি শুদ্ধ শিলেৰে সজা। তাৰে শিলবোৰ যেনে সুন্দৰকৈ কাটিছে দেখোতে অপৰূপ। মন্দপক যোৱা বুলনি ঘৰটিৰ ওপৰৰ এডোখৰ চুলতানে ভাঙ্গিছিলে। পাচে ১৫০৫ শকত, ১৫৮৩ চনত ৰঘুদেৱ ৰজাই ইটাৰে বান্ধি দিছে। পৰ্ব্বতৰ দক্ষিণফাল বৰাহ-বিষ্ণুৰে নিৰ্ম্মাণ কৰা বৰাহকুণ্ড নামে এটি তীৰ্থ। ভাৰতবৰ্ষত হিন্দু জন্মগ্ৰহণ কৰি যি মানুহে শ্ৰীমাধবৰ শ্ৰীমুখ দেখা নাই তাৰ জন্ম নিষ্ফল। ২৫৯ ॥

গণেশ্বৰ দেৱালয়—মাধবৰ পূর্ব্বফালে গণেশ্বৰ দেৱালয়। ২৬০ ॥

কামেশ্বৰ দেৱালয়—গণেশ্বৰৰ অগ্নিকোণে গোকর্ণ পর্ব্বত। তাত কামেশ্বৰ শিৱৰ দেৱালয়। তাৰ ওচৰিতে পর্ব্বতৰ নামত অপুনর্ভব নামে এটি তীর্থ আছে। তাত বিধিমতে স্নান-দান কৰিলে পুনৰায় ভবে আগমন নহয়। আৰু সেই পর্ব্বততে স্বর্গদ্বাৰ নামে এটি বিবৰ আছে। সেই বিবৰেৰে পূর্ব্বে আহোম ৰজাৰ আমোলত দুইজন ভোট সোমাই গৈছিল। পুনৰায় বাহিৰ নহল। মণিকূটৰ পৰা মণিশৈললৈ আৰু গন্ধমার্দ্দনৰ পৰা চিত্রাচললৈ এই পঞ্চক্রোশৰ ভিতৰত মৰিবলৈ দেবতাইও বাঞ্ছা কৰে। যথা—

" আমোণিং মণিপর্য্যন্তমাচিত্রাদ্ গন্ধমাদনম্।
দেবা মৰণমিচ্ছন্তি কা কথা মানুষেষু চ ॥ ২৬১ ॥

দুই লক্ষ্মীশিল—গুৱাহাটীৰ পৰা ৫ দণ্ড বেলাৰ বাট উত্তৰে ৰাজ আলিৰ কাষত এটি লক্ষ্মীশিল আছে। আই মহালক্ষ্মীৰ স্থান। সেই শিলতে আহুধানৰ বতৰত এজোপা, শালিধানৰ বতৰত এজোপা ধান হয়। যি বৎসৰত তাত ধান কম হয় সেই বৎসৰত দেশতো ধানৰ খেতি কম হয়। আৰু তেনেকুৱা এটি লক্ষ্মীশিল বেলতলাৰ ফটাশিলৰ পর্ব্বতৰ দক্ষিণফালে আছে। শিলৰ উপৰত ধান হোৱা ইটি কি আচার্য্য ইয়াতে বুজিবা। ২৬২ ॥

শিলৰ সাঁকো—প্রথম লক্ষ্মীশিলৰ উত্তৰে ডাঙ্গৰ এখনি শিলৰ সাঁকো আছে। তাৰ পাত, ধাম, খুঁটা সকলো শিলৰ, কেৱল গজালটিহঁত হলে লোৱাৰ। সেই সাঁকো পূর্ব্বে বখ্‌তিয়াৰ খিলিজিয়ে সজা বুলি বিদেশী কোনো কোনো মানুহে কয়। কিন্তু কর্ম্মটি হলে মানুহে কৰা বুলিব নোৱাৰি। এই দেশৰ মানুহে কয় পূর্ব্বে কামাখ্যা সহিতে বাদ কৰি কোনো এটি অসুৰে সাজিছে। সেয়ে সম্পূর্ণ নোহোৱাতে ৰাতি পুৱাল। এতেকে উত্তৰ কোণাত এখনি পাতত গজাল মাৰিবৰ নহ'ল। সেই খনি আজিলৈকে তেনাই আছে। ২৬৩ ॥

ভৃঙ্গেশ্বৰ দেৱালয়—মণিকূটৰ দক্ষিণে গন্ধমার্দ্দনৰ বায়ব্য দিশত বংশৰৰ পর্ব্বতত ভৃঙ্গেশ্বৰ শিৱৰ দেৱালয়। তাৰে কাষত অস্তুৰাৰ কুণ্ড বুলি এটি তীর্থ আছে। ২৬৪ ॥

সিদ্ধেশ্বৰ দেৱালয়—শোৱালকুচি গাওঁৰ পশ্চিমফালে সিদ্ধাচলত সিদ্ধেশ্বৰ শিৱৰ দেৱালয়। ২৬৫ ॥

বাঘেশ্বৰী পীঠ—সিদ্ধেশ্বৰৰ পশ্চিমে বাঘেশ্বৰী পৰ্ব্বতত বাঘেশ্বৰী দেবীৰ পীঠ। তাত সদায় এটি বাঘ থাকে। ২৬৬ ॥

কালীকা পীঠ—গন্ধমাৰ্দ্দনৰ পূবে অগ্যাচলৰ পশ্চিমে কঐতিথা পৰ্ব্বত। তাত কালীকাদেবীৰ পীঠ আছে। তাৰ পূবে বঙ্গলাঘুলি বুলি এটি বৰ সৰোবৰ আছে। তাত অনেক সম্পত্তি আছে। লোহাৰ জিঞ্জিৰি লগোৱা মানুহে দেখা পায়। তাৰ পাৰটি লুইতে খহাব পাৰা নাই। ২৬৭ ॥

গোপেশ্বৰ দেৱালয়—মাদাৰতলা মৌজাত দেবদ্বাৰ পৰ্ব্বতত গোপেশ্বৰ শিৱৰ দেৱালয়। ২৬৮ ॥

কামদেৱৰ স্থান—গোপেশ্বৰৰ পূৰ্ব্বে মদনাচলত কামদেৱৰ স্থান। কাষতে মদনকুণ্ড নামে এটি নদী আছে, তীৰ্থ। ২৬৯ ॥

পিঙ্গলেশ্বৰ শিৱ—মদনাচলৰ উত্তৰ-পূৰ্ব্বাংশে পাতিদৰং মৌজাত হস্তাচলত পিঙ্গলেশ্বৰ শিৱ। পিঙ্গলেশ্বৰৰ উত্তৰে দ্বিতীয় দেও-বাহঁৰ-গুৰি দেৱালয়। ২৭০ ॥

কূৰ্ম্মমাধবৰ দেৱালয়—পিঙ্গলেশ্বৰৰ বায়ু দিশত কুনৈ গাৱঁত কূৰ্ম্মমাধবৰ দেৱালয়। ব্ৰহ্মদাৰু দেবতাৰ পশ্চিম দিশে দৰ্পণ নামে নদ, মহাতীৰ্থ। এতিয়া তেওঁক চেচা নদী বোলে। তেওঁ বশিষ্ঠ মুনিৰ শাপত জীৰ্ণ হৈছে। ২৭১ ॥

দীপ্তেশ্বৰী পীঠ—তাৰ পশ্চিমে দীপ্তেশ্বৰী ভগবতীৰ পীঠ। সেই পীঠত সদায় পানী থাকে। ২৭২ ॥

নাহেশ্বৰী—বাঘেশ্বৰীৰ পশ্চিমে নাহৰ পৰ্ব্বত। নাহেশ্বৰী ভগবতীৰ স্থান। ২৭৩ ॥

ধাৰেশ্বৰ শিৱৰ স্থান—নাহৰ পৰ্ব্বতৰ পশ্চিমে কিঞ্চিদুত্তৰাংশে হাতীমূৰাৰ পৰ্ব্বতত ধাৰেশ্বৰ শিৱ। তাত আকাশী গঙ্গা আছে। মানুহ দেৱালয়লৈ যাওঁতে তিতি যায়, আহোতে একো নাই। ২৭৪ ॥

বিশ্বেশ্বৰ শিৱৰ স্থান—ধৰ্ম্মপুৰ মৌজাৰ বিশ্বেশ্বৰ গাৱঁত বিশ্বেশ্বৰ শিৱৰ দেৱালয়। পূৰ্ব্বে ১৪৪৩ শকত, ইং ১৫২১ চনত নাগাক্ষ নামে ৰজা তাৰ মঠ বান্ধি দিছে। ২৭৫ ॥

দেও-বাঁহৰ-গুৰি দেৱালয়—উত্তৰ বঁৰক্ষেত্ৰি মৌজাত দেও-বাঁহৰ-গুৰি দেৱালয়। ২৭৬ ॥

পবিহৰেশ্বৰ দেৱালয়—বজালি মৌজাৰ ভিতৰত তুবি গাৱঁত পবিহৰেশ্বৰ শিবৰ দেৱালয়।

এইসকল বাদেও আৰু অনেক দেৱালয় আছে। সিসকল প্ৰায় নাম অপ্ৰকাশ, আৰু পুথি বিস্তৰ হব এই নিমিত্তে লেখা নগ'ল। ২৭৭ ॥

## মোখ্য মোখ্য নদীৰ কথা।

বৰনদী—দৰং কামৰূপৰ সীমাত মঙ্গলা অৰ্থাৎ বৰনদী দক্ষিণ বাহিনী হৈ লোহিত্যত পৰিছে। ২৭৮ ॥

দৰ্পত্ৰ নদী—তাৰ পশ্চিমে আগেয়ে কোৱা দৰ্পত নদী। এওঁক লুইতৰ বৰককাই বুলি কয়। বশিষ্ঠৰ শাপত এতিয়া জীৰ্ণাবস্থা হৈছে। এওঁ বৰ নদী, বৰ মহিমাযুক্তা নদী। কেতিয়া কোন পিনে চলে তাৰ নিশ্চয় নাই। এই নিমিত্তে কেবল চুম্বক মাত্ৰ লেখা গ'ল। ২৭৯ ॥

বৰলীয়া নদী--গড়খোলা মৌজাৰ পৰা আহিছে বৰলীয়া নদী। তেওঁ আহি পশ্চিম বাহিনী হৈ মনাহত পৰিছে। বিজলী আৰু চাউলখোৱাও বোলে। ২৮০ ॥

মটং নদী—ভোটৰ পৰ্ব্বতৰ পৰা মোটঙ্গ নামে নদী আহি বৰলীয়াই সহিতে মিলিছে। ২৮১ ॥

লেবেড়া, দয়ঙ্গা, জজীয়া নদী—ভোটৰ পৰ্ব্বতৰ পৰা অহা লেবেড়া, দয়ঙ্গা, জজীয়া এই তিনিটা নদী, আৰু তাতে সৰু সৰু অনেক নদী মিলি নৱা নদী নাম খ্যাত হৈছে। তেওঁ চাউলখোৱাত মিলিছেগৈ। ২৮২ ॥

পাগলাদিয়া নদী—ভোটৰ পৰ্ব্বতৰ কোন থানৰ পৰা আহিছে তাক ভোটেও কব নোৱাৰে। তেওঁৰ অদ্ভুত মহিমা। (পৰ্ব্বতৰ পৰা নামি এপৰমান বেলাৰ বাটলৈ পানী বৈ আহি, তাৰ পৰা পানী লুপ্ত হৈ, আৰু এপৰমান বেলাৰ বাটলৈ পানী নাই, শুকান বালি আৰু শিল; তাৰ পৰা আৰু পানী ওলাই বৈ গৈছে। তেওঁ নদীও কেতিয়া কোন পিনে গমন কৰে তাৰ নিশ্চয় নাই। আৰু কেতিয়া পানী অধিক হয়, কেতিয়া পানী শুকায় তাৰো নিশ্চয় নাই। ক্ষণমাত্ৰে ক্ষুদ্ৰ হয়, ক্ষণমাত্ৰে বৃহৎ হয়, ইত্যাদি)। তেওঁ চাউলখোৱাই সহিতে গৈ মানাহত মিলিছেগৈ। ২৮৩ ॥

কালদিয়া নদী—তেওঁ পাগলাদিয়াত মিলিছেগৈ। কামৰূপ আৰু গোৱালপাৰাৰ খুটাঘাট পৰগনাৰ সীমাত, ভোটৰ পৰ্ব্বতৰ পৰা আহিছে। ২৮৪ ॥

মানাহ নদী—তেওঁ কোন থানৰ পৰা আহিছে ভোটেও কব নোৱাৰে, বৃহৎ নদী। ২৮৫ ॥

## বিবিধ কথা।

ভূঞাৰ বংশধৰসকল—আৰু এই কামৰূপত ওপৰত কোৱা ভূঞাসকলৰ বংশ এতিয়ালৈকে আছে। তাকে যিসকল ভূঞাৰ নাম পোৱা গ'ল তাৰে কিছুমান লিখা গ'ল। সেয়ে এই—

১। জাতি কায়স্থ—নাৰায়ণ ভূঞাৰ বংশ, ক্ষেত্ৰীয়া চৌধাৰীৰ ঘৰ। উত্তৰ ও দক্ষিণ বৰক্ষেত্ৰিত ধৰ্ম্মপুৰ মৌজাত আছে। ২৮৬ ॥

২। জাতি কায়স্থ—ঐ পূৰ্ব্ব ভূঞাৰ বংশ বংশবীয়াৰ চৌধাৰীৰ ঘৰ। মদাৰতলা মৌজাত আছে। ২৮৭ ॥

৩। জাতি কলিতা—সূৰ্য্যাবৰ ভূঞাৰ বংশ লস্কৰৰ ঘৰ। বৰগোপ মৌজাত ঘৰ। ২৮৮ ॥

৪। জাতি কায়স্থ—কুসুম ভূঞাৰ বংশ, বায়ন ঘৰ বোলে। বৰপেটা মৌজাত ঘৰ।

এই সকলোকে আদি কৰি ভূঞাৰ বংশ আৰু অনেক আছে। পুথি বেচি হয় নিমিত্তে লিখা নগল। ২৮৯ ॥

বৰ ভূঁইকঁপ—২৯ জৈষ্ঠ, শনিবাৰ, ১৩০৪ সন বাঙ্গালা, ১৮৯৭।১২ জুন ইংৰাজী, শক ১৮, বেলা ৪।৫ দণ্ড থকাত, এবং ইংৰাজী সময় দিবা ৫ ঘণ্টা বাদ—এই সময় এটি ভয়ানক অৰ্থাৎ বৃহৎ ভূমঃকম্প হৈ যায়। তাতে দেশ বিদেশে লোকসকলৰ নানাৰূপ অন্যায় অনিষ্ট হয়। সেই ভূমিকম্প ক্ৰমান্বয়ে দুই বৎসৰ যাবৎ হৈ আছিল। ২৯০ ॥

## একাদশ অধ্যায়।

## কামৰূপৰ শাসনকৰ্ত্তাসকলৰ নাম।

আহোমৰ আৰু দিল্লীশ্বৰৰ যিসকল লোকে এই কামৰূপত আমোল কৰিছে—

| | শক। | | নাম। | | ভোগ বৎসৰ। | | নগৰ। |
|---|---|---|---|---|---|---|---|
| ১। | ১৫৩৭ | ... | বাবাকৰ নবাব | ... | ৩ | ... | বৰবালা। |
| ২। | ১৫৪৪ | শকলৈকে | ছেখ-বিৰাহিম | ... | ৭ | ... | ৰজাবজাৰ। |
| ৩। | ১৫৪৬ | ... | কিলিচ-খাঁ | ... | ২ | ... | কলিতাকুচি। |
| ৪। | ১৫৪৭ | ... | মীৰ্জ্জা-নাথুলা | ... | ১ | ... | বৰদুৱাৰ। |
| ৫। | ১৫৪৮ | ... | আব্দুল-বাঁকী | ... | ১ | ... | ঐ |
| ৬। | ১৫৪৯ | ... | অব্দুল্লা-বাঁকী | ... | ১ | ... | ঐ |
| ৭। | ১৫৫০ | ... | আগ-জালাল | ... | ২ | ... | ঐ |
| ৮। | ১৫৫৩ | ... | জাহিদ-খাঁ | ... | ৩ | ... | কামেশ্বৰৰ পৰ্ব্বত। |
| ৯। | ১৫৫৭ | ... | আব্দুল-ইচলাম ও বহৰ-খাঁ দেৱান ও সত্ৰাজিত ৰজা | ... | ১ | ... | হাজো। |
| ১০। | ১৫৫৮ | ... | মুহুদ্দি নবাব | ... | ১ | ... | ঐ |

( এওঁক ৰণত অহমে ধৰি নিলে, অহমৰ দখল হ'ল )।

| | | | | | | | |
|---|---|---|---|---|---|---|---|
| ১১। | ১৫৫৯ | ... | মীৰ্জ্জা-হীনা | ... | ১ | ... | গুৱাহাটী। |
| ১২। | ১৫৬০ | ... | আলিয়াৰ-খাঁ | ... | ৭ | ... | ঐ |
| ১৩। | ১৫৬৮ | ... | নুৰুনা | ... | ২ | ... | ঐ |
| ১৪। | ১৫৭১ | ... | খাণ্ডাৰী | ... | ২ | ... | ঐ |
| ১৫। | ১৫৭৩ | ... | চৈয়দ-হাচন্ | ... | ২ | ... | ঐ |
| ১৬। | ১৫৭৪ | ... | চৈয়দ-কুতুপ | ... | ১ | ... | ঐ |
| ১৭। | ১৫৭৫ | ... | চৈয়দ-জালাল | ... | ১ | ... | ঐ |
| ১৮। | ১৫৭৬ | ... | নাথুলা | ... | ৩ | ... | ঐ |

( এওঁ বৰদেউনীয়া কুকনক খেদি গুৱাহাটীত
নগৰ কৰিলে, ভোগ ৩ বৎসৰ। পিচে
আহোম ৰজাৰ ভোগ ৩ বৎসৰ )।

| শক। | | নাম। | ভোগ বৎসৰ। | নগৰ। |
|---|---|---|---|---|
| ১৯ | ১৫৮৪ | মীৰজুম্লা (মাওম-খাঁও বোলে) | ৩ | গুৱাহাটী। |
| ২০ | ১৫৮৮ | ৰছিদ-খাঁ | ১ | ঐ |
| ২১ | ১৫৮৯ | ছৈয়দ-শিৰোজ | ১ | ঐ |
| ২২ | ১৫৯০ | আহোমৰ সৰুজনা বৰফুকন | ১ | ঐ |
| ২৩ | ১৫৯১ | ৰাজা ৰামসিংহ | ১ | আগাঠুঠি পৰ্ব্বত। |
| ২৪ | ১৬০০ | সোলা বৰফুকন | ১ | গুৱাহাটীত আহোম থাকিল। |
| ২৫ | ১৬০১ | মঞ্চুৰ-খাঁ | ৪ | গুৱাহাটী। |
| ২৬ | ১৬০১ | নাথৰুম্ চেটিয়া-ফুকন | নাই | ... |
| ২৭ | ১৬০৫ | গড়শঙ্কৰ সন্দিকৈ-ফুকন | ১৫ | গুৱাহাটী |
| ২৮ | ১৬১৯ | ডুবাৰা-বৰফুকন | ৫ | ঐ |
| ২৯ | ১৬২৪ | দিহিঙ্গ বৰফুকন | ১ | ঐ |
| ৩০ | ১৬২৫ | পাত্ৰ বৰফুকন | ১১ | ঐ |
| ৩১ | ১৬৩৬ | সৰুজনা ডুবাৰা-বৰফুকন | ১৩ | ঐ |
| ৩২ | ১৬৪৯ | দিহিঙ্গীয়া ফুকন | ৯ | ঐ |
| ৩৩ | ১৬৫৭ | ডেকাজনা ডুবাৰা-ফুকন | ২০ | ঐ |
| ৩৪ | ১৬৭৭ | পুতেক ডুবাৰা-ফুকন | ১২ | ঐ |
| ৩৫ | ১৬৮৯ | দদায়েক মেজবা ফুকন | ২ | ঐ |
| ৩৬ | ১৬৯১ | ববদঙ্গীয়া ডুবাৰা-ফুকন (এওঁক তৰোৱালে কাটিলে) | ৫ মাহ | ঐ |
| ৩৭ | ১৬৯২ | কাশী পানীফুকন | ৫ | ঐ |
| ৩৮ | ১৬৯৭ | লাহন ফুকন | ৬ | ঐ |
| ৩৯ | ১৭০৩ | সেনাপতি হৰনাথ ফুকন | ৩ | ঐ |
| ৪০ | ১৭০৬ | ডেকাজনা সন্দিকৈ-ফুকন | ৩ | ঐ |
| ৪১ | ১৭০৯ | নাওবৈচাৰ পুতেক দিহিঙ্গীয়া ফুকন | ... | ... |

১৯১ ॥

# পৰিশিষ্ট (খ)

## গুৱাহাটীৰ ক্ষেত্ৰ-পৰ্ব্বত।

১৬৩৪ শকত শ্ৰীশ্ৰীৰুদ্ৰসিংহ ৺দেৱে পুঁথি বিচাৰি গুৱাহাটীৰ ক্ষেত্ৰ-পৰ্ব্বত লিখা কৰা ;—

১। মণিকূট—হাজোৰ মাধৱৰ পৰ্ব্বতৰ নাম মণিকূট।

২। মদনাচল—কেদাৰ পৰ্ব্বতৰ নাম মদনাচল। ইয়াত ছত্ৰাকাৰ দেৱালয় আছে আৰু ই মঙ্গলচণ্ডী দেৱীৰ স্থান।

৩। গোকৰ্ণ—কামেশ্বৰৰ পৰ্ব্বতৰ নাম গোকৰ্ণ।

৪। গৰুড়াচল—মোকামৰ পৰ্ব্বতৰ নাম গৰুড়াচল।

৫। কুবেৰাচল—তলয়া পৰ্ব্বতৰ নাম কুবেৰাচল।

৬। মকৰেশ্বৰ—বগতা পৰ্ব্বতৰ নাম মকৰেশ্বৰ।

৭। ব্ৰহ্মবৈ—ডডৰাৰ পৰ্ব্বতৰ নাম ব্ৰহ্মবৈ।

৮। আলাবৈ—দলীয়াবাৰীৰ পৰ্ব্বতৰ নাম আলাবৈ।

৯। অগ্নি—আগিয়াঠুঠি পৰ্ব্বতৰ নাম অগ্নি।

১০। চিলাৰ পৰ্ব্বত—অগ্নিপৰ্ব্বতৰ পূবে চিলাৰ পৰ্ব্বত।

১১। কালজোবক—চিলা পৰ্ব্বতৰ উত্তৰে বৰ পৰ্ব্বতৰ নাম কালজোবক।

১২। কটাপাহাৰ—কালজোবক পৰ্ব্বতৰ উত্তৰে পৰ্ব্বতৰ নাম কটাপাহাৰ।

১৩। নক্ষত্ৰাচল—কটাপাহাৰৰ পূৰ্ব্বে বৰখান পৰ্ব্বতৰ নাম নক্ষত্ৰাচল। তাৰ চাৰি কোষে চাৰিটা পৰ্ব্বত আছে, তাৰো নাম সেই নক্ষত্ৰাচল।

১৪। গিৰিকাচল—নক্ষত্ৰাচলৰ পূৰ্ব্বখান পৰ্ব্বতৰ নাম গিৰিকাচল।

১৫। নাটকাচল—নক্ষত্ৰাচলৰ উত্তৰে, ভাষামতে নটুৱানচা পৰ্ব্বত বোলে, নাম নাটকাচল।

১৬। ছত্ৰাচল—নক্ষত্ৰাচলৰ ঐশান্যে থকা পৰ্ব্বতৰ নাম ছত্ৰাচল।

১৭। নীলধাতপ—ছত্ৰাচলৰ দক্ষিণে থকা পৰ্ব্বতখানৰ নাম নীলধাতপ।

১৮। দীৰ্ঘেশ্বৰী—নীলধাতপৰ দক্ষিণে থকা পৰ্ব্বতখানৰ নাম দীৰ্ঘেশ্বৰী ; তাকে সীতা পৰ্ব্বতো বোলে।

১৯। মানসাচল—দীৰ্ঘেশ্বৰীৰ ঐশান্যে থকা পৰ্ব্বতখানৰ নাম মানসাচল।

২০। কুবেৰাচল—মানসাচলৰ পূবে কুকুৰাৰ উত্তৰে সাতখান পৰ্ব্বত আছে, সপ্তঋষি নাম। তাৰ দক্ষিণে এটি সৰু পৰ্ব্বত আছে তাৰ নাম কুবেৰাচল।

২১। ক্ৰৌঞ্চ পৰ্ব্বত—কুবেৰাচলৰ অগ্নি দিশে কুকুৰাটোকে ক্ৰৌঞ্চ পৰ্ব্বত বোলে।

২২। দশাশ্বমেধ—ক্ৰৌঞ্চ পৰ্ব্বতৰ অগ্নি দিশে "মাছ পুৰি খোৱা" পৰ্ব্বত বোলে, তাৰ নাম দশাশ্বমেধ।

২৩। মণিকৰ্ণেশ্বৰ—দশাশ্বমেধৰ পশ্চিমে এক যোজনৰ অন্তৰে 'চাহবুৰুচ' যাক বোলে তাৰ নাম মণিকৰ্ণেশ্বৰ। তাতে মহাদেউ আছে।

২৪। আমুনি } মণিকৰ্ণেশ্বৰৰ পশ্চিমে দুটি পৰ্ব্বত আছে, এটিৰ নাম আমুনি;
২৫। এমুনি } এটিৰ নাম এমুনি।

২৬। গিৰিকাচল—আমুনি আৰু এমুনিৰ পশ্চিমে তিনিটি পৰ্ব্বত আছে, তাৰ নাম গিৰিকাচল। তাতে গদাধৰ মাধৱ আছে। তাৰ নৈঋত কোণত জগন্নাথ নাৰদৰ দোল আছে।

২৭। চন্দ্ৰপৰ্ব্বত—গিৰিকাচলৰ দক্ষিণে চন্দ্ৰপৰ্ব্বত আছে। তাতে মাধবেশ্বৰ গোসাঁই আছে।

২৮। ইন্দ্ৰপৰ্ব্বত—চন্দ্ৰপৰ্ব্বতৰ পূৰ্ব্বে ব্ৰহ্মপুত্ৰৰ মাজত ইন্দ্ৰ পৰ্ব্বত আছে। তাতে সহস্ৰাক্ষ নামে মহাদেউ আছে।

২৯। অশ্বপৰ্ব্বত—চন্দ্ৰপৰ্ব্বতৰ দক্ষিণে অশ্বপৰ্ব্বত আছে। তাতে জনাৰ্দ্দন গোসাঁই আছে।

৩০। অশ্বক্ৰান্ত—জনাৰ্দ্দনৰ দক্ষিণে। তাতে অশ্বক্ৰান্ত তীৰ্থ আছে।

৩১। গোদন্ত—অশ্বপৰ্ব্বতৰ বায়ব্যকোণে চোট চোট চাৰিখনি পৰ্ব্বত আছে; তাৰ নাম গোদন্ত। তাৰ তিনিখনি পৰ্ব্বত এৰি সীতাকুণ্ডৰ ওচৰত যি পৰ্ব্বতখনি আছে তাতে জটাধৰ গোসাঁই আছে। অশ্বক্ৰান্ত সীতাকুণ্ড দুইৰ মধ্যত এক নিজৰা আছে, তাৰ নাম সন্তানজৰা। তাত স্নান কৰিলে নিসন্তানৰো সন্তান হয়।

৩২। বায়ুপৰ্ব্বত—গোদন্ত পৰ্ব্বতৰ নৈঋত কোণে লোহিত্য কাষৰে, জুৰীয়া যাক বোলে তাৰ নাম বায়ুপৰ্ব্বত। তাৰ তিনি শৃঙ্গৰ তিনি নাম, এক শৃঙ্গ লক্ষ্মী, এক শৃঙ্গ সৰস্বতী, এক শৃঙ্গ বিষ্ণু।

৩৩। লোহিত্যেশ্বৰ পৰ্ব্বত—বায়ুপৰ্ব্বতৰ পশ্চিমে যাক শৰাইঘাটৰ বুৰুজ বোলে, তাৰ নাম লোহিত্যেশ্বৰ পৰ্ব্বত। এই পৰ্ব্বতৰ পাঁচটি শৃঙ্গ আছে। সিবিলাকৰ নাম, কালকূট, ক্ষেমকূট, দন্তকূট, শোককূট আৰু ভস্মকূট।

৩৪। দন্তকূট—লোহিত্যেশ্বৰ পৰ্ব্বতৰ ঐশান্তে এটি পৰ্ব্বতৰ নাম দন্তকূট।

৩৫। মদন পৰ্ব্বত—দন্তকূটৰ পূবে এটি পৰ্ব্বত আছে, তাৰ নাম মদন পৰ্ব্বত।

৩৬। গিৰিকাচল—মদন পৰ্ব্বতৰ দক্ষিণে এটি পৰ্ব্বত আছে, তাৰ নাম গিৰিকাচল।

৩৭। কন্দুক—গিৰিকাচলৰ উত্তৰে দুটি পৰ্ব্বত আছে, তাৰ নাম কন্দুক। তাতে কাৰ্ত্তিক আছে।

৩৮। হাতীমূৰা পৰ্ব্বত—হাতীমূৰা পৰ্ব্বতত ধাৰেশ্বৰ, পিঙ্গলেশ্বৰ, দুই গোসাঁই আছে।

৩৯। কামধেনু পৰ্ব্বত—হাতীমূৰা পৰ্ব্বতৰ উত্তৰে কামধেনু পৰ্ব্বত।

৪০। গণেশ—কামধেনু পৰ্ব্বতৰ উত্তৰে গণেশ পৰ্ব্বত।

৪১। ভৰদ্বাজ—কামধেনু পৰ্ব্বতৰ উত্তৰে ভৰদ্বাজ পৰ্ব্বত।

৪২। গন্ধমাৰ্দ্দন—ভৰদ্বাজ পৰ্ব্বতৰ উত্তৰে গন্ধমাৰ্দ্দন পৰ্ব্বত। ইয়াৰ অগ্নি কোণত ভৃঙ্গেশ্বৰ গোসাঁই আছে।

৪৩। মূত্ৰশিলা—গন্ধমাৰ্দ্দনৰ পূৰ্ব্বশৃঙ্গৰ নামত মূত্ৰশিলা। ইয়াৰ দক্ষিণে অন্তবালৰ কুণ্ড।

৪৪। লাঙ্কুশ—মূত্ৰশিলাৰ পূব-অগ্নি কোণে তিনি শৃঙ্গ সমন্বিতে এক পৰ্ব্বতৰ নাম লাঙ্কুশ। লোকে বাৰণৈৰ বোলে।

৪৫। বৰাহ পৰ্ব্বত—লাঙ্কুশ পৰ্ব্বতৰ পূবে বৰাহ পৰ্ব্বত।

৪৬। মৎস্য পৰ্ব্বত—বৰাহ পৰ্ব্বতৰ দক্ষিণে মৎস্য পৰ্ব্বত।

৪৭। অনন্ত পৰ্ব্বত—মৎস্য পৰ্ব্বতৰ দক্ষিণে অনন্ত পৰ্ব্বত। ইয়াৰ সাতোটা শৃঙ্গ আছে।

৪৮। ৰাক্ষস পৰ্ব্বত—অনন্ত পৰ্ব্বতৰ নৈঋতি পৰ্ব্বতক লোকে ৰাক্ষস বোলে। তাতে নৈঋতেশ্বৰ মহাদেউ আছে।

৪৯। বাঘেশ্বৰী—অনন্ত পৰ্ব্বতৰ পশ্চিমে বাঘেশ্বৰী পৰ্ব্বত। তাত সিদ্ধেশ্বৰ গোসাঁই আছে। ইয়াৰ তিনি শৃঙ্গ আছে—(১) সিদ্ধেশ্বৰ, (২) ব্যাঘ্ৰেশ্বৰ, (৩) ৰত্নেশ্বৰ।

৫০। গোবিন্দ পৰ্ব্বত—বাঘেশ্বৰীৰ পশ্চিমে শ্ৰীহাটিৰ কোষৰত গোবিন্দ পৰ্ব্বত। ইয়াৰ দুটি শৃঙ্গ আছে, গোবৰ্দ্ধন, স্নান।

৫১। দুর্গা—গোবিন্দ পৰ্ব্বতৰ উত্তৰে দুর্গা পৰ্ব্বত।

৫২। গজসাৰ্দ্দয়—লোহিত্যৰ দক্ষিণে হাতীমুৰাৰ দক্ষিণে গজসাৰ্দ্দয় পৰ্ব্বত।

৫৩। মধ্যানক—গজসাৰ্দ্দয়ৰ পূবে মধ্যানক পৰ্ব্বত।

৫৪। চিৰজীউ—মধ্যানকৰ পূবে চিৰজীউ পৰ্ব্বত।

৫৫। কপিলী }
৫৬। কামধেনু } চিৰজীউৰ পূবে কপিলী আৰু কামধেনু দুই পৰ্ব্বত।

৫৭। নোমনঙ্গ—কপিলী, কামধেনুৰ পূবে নোমনঙ্গ পৰ্ব্বত।

৫৮। তক্ষকাদি—নোমনঙ্গৰ পূবে তক্ষকাদি পৰ্ব্বত।

৫৯। নীলাচল—তক্ষকাদিৰ পূবে নীলাচল পৰ্ব্বত। পূৰ্ব্ব শৃঙ্গ ব্ৰহ্মা, তাতে ভুবনেশ্বৰী। মধ্যশৃঙ্গ বিষ্ণু, তাতে কামাখ্যা আছে। পাণ্ডুনাথ য'ত আছে সেই শৃঙ্গ শিব। শিব শৃঙ্গৰ পূৰ্ব্বে বৰাহ শিলা, কল্প শিলা।

৬০। গান্ধাৰী পৰ্ব্বত—ব্ৰহ্মপুত্ৰৰ পূব-অগ্নি কোণে তিনি শৃঙ্গ সমন্বিতে গান্ধাৰী পৰ্ব্বত আছে। এক শৃঙ্গৰ নাম গৌৰী, এক শৃঙ্গ দুৰ্গা, এক শৃঙ্গ বেতাল।

৬১। গণেশ পৰ্ব্বত—গান্ধাৰী পৰ্ব্বতৰ পূৰ্ব্বে গণেশ পৰ্ব্বত আছে। তাৰ পঞ্চ শৃঙ্গ। এক শৃঙ্গ গৌতম, এক শৃঙ্গ ঘণ্টাকৰ্ণ, এক শৃঙ্গ ধৰ্মাকৰ্ণবতী, এক কুমাৰী, এক কিৰাতী।

৬২। ভিবৰ পৰ্ব্বত—গণেশ পৰ্ব্বতৰ পূৰ্ব্বে ভিবৰ পৰ্ব্বত আছে।

৬৩। চিত্ৰকূট পৰ্ব্বত—ভিবৰ পৰ্ব্বতৰ উত্তৰে চিত্ৰকূট পৰ্ব্বত আছে।

৬৪। ত্ৰিদশাচল—চিত্ৰকূট পৰ্ব্বতৰ পূৰ্ব্বে ত্ৰিদশাচল। তাৰ চৌষষ্ঠি শৃঙ্গ। লোহিত্যৰ কামবেদি যি শৃঙ্গ আছে তাৰ নাম সোমলতা।

৬৫। মন্ত্ৰাচল—ত্ৰিদশাচলৰ পশ্চিমে মন্ত্ৰাচল। তাকে ইটাখুলী বোলে। তাতে শুক্ৰেশ্বৰ শিৱলিঙ্গ আছে।

৬৬। অগস্তি ক্ষেত্ৰ—মন্ত্ৰাচলৰ পশ্চিমে অগস্তি ক্ষেত্ৰ। তাতো বোধ-জনাৰ্দ্দন আছে। সেই থানিকে কলি পৰ্ব্বতো বোলে।

৬৭। কলি পৰ্ব্বত—অগস্তি ক্ষেত্ৰৰ ঐশান্যে কলি পৰ্ব্বত আছে। তাতে কলিৰ মূৰ্ত্তি আছে। সেইথানিলৈ গলে সকলো পুণ্য নষ্ট হয়। এতেকে তাক কৰ্ম্মনাশা বোলে।

৬৮। ত্ৰিব পৰ্ব্বত—কলি পৰ্ব্বতৰ ঐশান্তে ত্ৰিব পৰ্ব্ব আছে। তাতে সুন্দৰী শিলা আছে, একাদশ শিৱলিঙ্গ আছে। দশ অৱতাৰ, উৰ্ব্বশীৰ মূৰ্ত্তি আছে, সিও-খানি তীৰ্থ। তাৰ উত্তৰে চক্ৰতীৰ্থ, বশিষ্ঠ, অৰুন্ধতী। তাৰ উত্তৰে ভস্মাচল।

৬৯। ইন্দ্ৰাচল—ভস্মাচলৰ পশ্চিমে পঞ্চধনুৰ অন্তৰে ইন্দ্ৰাচল আছে। তাৰ অগ্নিকোণাত চাৰিটা শিলা আছে লোহিত্যৰ মধ্যত। এটাৰ নাম জ্ঞান, এটাৰ নাম অজ্ঞান, এটাৰ নাম কৰ্ম্ম, এটাৰ নাম নপুংসক, এটাৰ নাম মোক্ষশিলা। সেই শিলাৰ মধ্যতে কুণ্ড আছে। তাত স্নান কৰিলে এক শত পুৰুষ অখণ্ড পৃথিবীৰ ভোগ কৰে। তাৰ নৈঋত কোণাত তিনি শ ধনুৰ অন্তৰে নিঋত শিলা আছে। তাৰ দক্ষিণে ব্ৰহ্মশিলা। তাৰ দক্ষিণে বিষ্ণুশিলা। তাৰ পশ্চিমে ধৰ্ম্মশিলা। তাৰ দক্ষিণে সত্যযুগ। তাৰ পূৰ্ব্বে ত্ৰেতাযুগ। তাৰ দক্ষিণে ইন্দ্ৰশিলা। তাৰ পূৰ্ব্বে অষ্টাবক্ৰ ঋষি। তাৰ পূৰ্ব্বে কলিকুণ্ড। তাৰ পূৰ্ব্বে, ভ্ৰমৰকুণ্ড। তাৰ উত্তৰে অশ্বাশিলা। তাৰ উত্তৰে ত্ৰিবেণী। তাৰ উত্তৰে প্ৰয়াগ। তাৰ উত্তৰে ব্ৰহ্মকুণ্ড। তাৰ উত্তৰে গয়া। ২৯২ ॥

APPENDIX C

# GENERAL VIEW OF THE HISTORY OF KĀMARŪPA

BY

DR. FRANCIS BUCHANAN M.D., M.R.A.S.

Editor's note.

[The following chapter has been printed from an old manuscript kindly lent to the editor by the authorities of the India Office Library, London, in September, 1928. It forms part of the huge mass of manuscript records, commonly known as "Buchanan Manuscripts", representing the results of the survey of India made by Dr. Francis Buchanan, *alias* Buchanan-Hamilton, in 1807–1814, on which so much labour and money were spent. This manuscript was presented to the Library of the East India Company by Dr. Charles Wilkins on March 1, 1830. Montgomery Martin incorporated this chapter with slight changes in the third volume of his *History, Antiquities, Topography, and Statistics of Eastern India*, published in 1838, pp. 403–421. Buchanan's account presents a valuable nucleus of information regarding the history of ancient Kāmarūpa. The marginalia are ours. Buchanan's spellings have been retained in the text.—*S. K. Bhuyan.*]

Boundaries of Kāmarūpa.

The history of this district is perhaps involved in still greater obscurity than that of Dinajpur. Almost the whole of it is included in the ancient Hindu territory of *Kamrup*, which extends east from the Korotoya, where it joined the kingdom of Motsyo, to Dikhorbasini, a river of Assam, which enters the Brahmaputra a little to the east of the eastern Kamakhya, which is said to be fourteen days' journey by water above Jorhat, the present capital of that kingdom. I have not been able to learn that the ancient Hindus mention any kingdom as intervening between Kamrup and China. Those whom I have consulted seem to think, that Kamrup is bounded on the east by China, by which however it must be observed, is probably meant the country between the Indian and Chinese Empires; for, as *Abul Fazil* justly observes, the Chinese Empire is the *Maha-chin* of the Hindus. He indeed calls Pegu, the China of the Hindus; but in this, he is only to be considered as mentioning for the whole, what was then the principal kingdom; as now we might say, that the Empire of Ava is the

proper China of the Hindus; and in fact, it now separates Kamrup from the Chinese Empire or *Mapa-chin*. On the north, *Kamrup* extends to Kongjogiri, the frontier of Modro, the kingdom of Sailyas which comprehends Bhotan. I have not however been able to learn where this mountain is placed, and the Bhoteeas seem to have made large encroachments on the whole northern frontier of Kamrup. The southern boundary of Kamrup is where the Lakhya river separates from the Brahmaputra, and there it is bounded by the country called Bonggo. Kamrup, according to this description, includes a portion of Moymonsing (north part of Dacca R.) and of Srihotto (Silhet R.) together with Monipur, Jaintiya, Kachhar, and Assam. 293.

The earliest tradition concerning the history of Kamrup is, that it was given by *Krishna* to *Norak*, the son of the earth (Prithivi).

Narakäsur.

This Norak, although an infidel (Osur), was for some time a favourite of the god, who appointed him guardian (Dwarpal) of the temple of *Kamakhya* (granter of pleasure), who naturally presided over the region of desire (*Kamrup*). This deity is by the Hindus considered as female, and her temple, situated near *Gohati*, the place where *Norak* resided, is still much frequented. 294.

*Kamrup* is said to have been then divided into four *Piths* or portions which may naturally be expected to have appellations

Four divisions of Kämarupa.

suitable to its name and tutelary deity. They are, accordingly, called *Kam* P., *Rotno* P., *Moni* P. and *Yoni* P. alluding to desire, beauty, and some circumstances not unconnected with these qualities, which our customs do not admit to be mentioned with the plainness that is allowed in the sacred languages of the east. In fact, the country by the natives is considered as the principal seat of amorous delight, and a great indulgence is considered allowable. I have not learned the boundaries of these divisions, but am told that *Rotno Pith* is the country now called *Vihar*. 295.

Norak did not long merit the favor of Krishna. Being a great oppressor, and a worshipper of the rival god *Sib*, he was put to

Bhagadatta, ally of Duryodhan.

death, and was succeeded by his son, Bhogodotto. At the time of the wars which are said to have placed Yudhishthir on the throne of India, this prince engaged in the great contest on the losing side, and followed the fortunes of *Duryodhon*. There can be little doubt, that this is the same person with the Bhugrut of Mr. Gladwin's translation of the *Ayeen Akbory* "who came to the assistance of Jirjoodhun, and gallantly fell in the war of the Mahabharut". By *Abul Fazil*, this prince is said to have been of the Khyetri (Khyotriyo) caste, and this is supported by the opinion of the Brahmans, but here a considerable difficulty occurs: for it is generally allowed that Bhogodotto was the son of Norak, who was not a Hindu. We shall however soon see, that in Kamrup many

other personages have been adopted into the princely race, whose claims to a Hindu descent are at best exceedingly doubtful. 296.

Bhogodotto is said to have usually resided at *Gohati*. The King of Kamrup is said occasionally to have fled from bustle and cares of his capital, and to have sought the pleasures of retirement at Ranggopur, from whence its name, signifying the abode of pleasure, is derived. No traces of any buildings by Bhogodotto or his family, remain in this district, nor is it probable that any remain in Assam, as the princes of the eastern parts of Kamrup continue, even to this day, to dwell in huts; nor is there any reason to suppose that his accommodation was superior, while his power and probably the thickness of his forests, rendered fortifications towards the west unnecessary. 297.

Absence of architectural relics.

In the great war, *Bhogodotto* fell by the hands of *Orjun*, brother of *Yudhishthir*; but, according to the *Ayeen Akbory*, twenty-three princes of the same family continued to govern after his death. The authority of this work is however diminished by its supposing that these princes governed the whole of Bengal, which seems entirely without foundation. It is however very likely, and is said indeed to be mentioned in the Purans, that for some time, the descendants of *Bhogodotto* retained the government of Kamrup. I cannot indeed adopt the chronology, which places Yudhishthir about 3,200 years before the birth of Christ: on the contrary I am persuaded that this prince lived considerably after the time of Alexander for, in every part of India, there remain traces of the family of Yudhishthir, or the princes who were his contemporaries, and of many dynasties that have governed since his time, but all these later dynasties so far as I have learned, may be ascertained to be of a comparatively late period, and making every possible allowance for the reigns of the families of *Yudhishthir* and of the dynasties that have succeeded, we shall not be able to place the former much beyond the time of *Augustus*. I am happy to acknowledge, that I have derived this manner of reasoning on the subject from a conversation with my worthy friend, Major Mackenzie of Madras, who has formed more accurate notions on Indian history, than any person whose opinions I know, notions founded on a careful investigation of the remains of antiquity, and not on the fictions of Indian poets, who in the extravagance of invention exceed even the fertile genius of Greece. 298.

Bhagadatta's date.

In the part of the *Yogini Tantro*, which I have procured, and which is considered as the highest authority concerning every thing relating to Kamrup, the Pundit of the mission says that there is no mention of *Bhogodotto*, but that the god *Sib* prophesies, that after the infidel *Norak*, and at the commencement of the era of *Saka*, that is, about the end of the first century of our era, there would be *Sudra* kings of

Yogini-Tantra.

*Kamrup.* The first Raja mentioned, is *Divyeswor*, in whose time the worship of *Kameswori* or *Kamakhya*, the knowledge of which had hitherto been confined to the learned, would be published even to the vulgar, and this would happen at the very beginning of the éra of *Saka*, or in the year of our era 76. This Raja is said to have been of the tribe called in the Sanskrit language *Dhivor*, which is usually applied to the *Kaibortos* of Bengal; but it may be doubted, whether the prince belonged to that tribe, which is not one of *Kamrup*. The worship of the Linga according to the prophecy, would begin in the 19th year of Saka. Some indefinite time after that period, a Brahman born of the Korotoya river, and named *Nagosongkor*, would be king, and extend the doctrine. After him, but at what interval is not mentioned, would be a Raja, named *Jolpheswor*, who would still farther encourage that worship, and who would build the celebrated temple of *Jolpis*. Very considerable ruins are at no great distance from that place, as will be hereafter described, but they are ascribed to a *Prithu Raja*, who may however have been a person of the same family. 299.

**Prithu Raja.**

This *Prithu Raja*, from the size of his capital, and the numerous works raised in the vicinity by various dependants and connection of the court, must have governed a large extent of country, and for a considerable period of time. Although he is in some measure an object of worship among the neighbouring Hindus, they have few traditions concerning the place from whence he came, nor at what period he lived; and I heard it only mentioned by one old man, that he governed before the time of the dynasty which will be next mentioned. 300.

**The Kichaks.**

As usual, he is considered as having been a very holy personage, who was so much afraid of having his purity sullied, that on the approach of an abominable tribe of impure *fakirs*, named Kichok, he threw himself into a tank, and was followed by all his guards, so that the town was given up to plunder, and the family ceased to reign. At present the Kichok are a kind of gypsies, that are thinly scattered in the northern parts of India, and live by snaring game, telling fortunes, and it is usually *supposed*, by stealing. It must however be observed that this tribe, which in the Sanscrit language is called Kirat, would at one time appear to have been really powerful in this vicinity; and, according to the *Yogini-Tantro*, was not reduced to its present miserable state, until the time of *Viswo Singho*, who will be hereafter mentioned. 301.

**The Bhoteas.**

There is also a tradition in the country that a much greater portion of Kamrup formerly belonged to the *Bhoteas* than does at present. I am inclined to think that these Bhoteas were really the Chinese, whose histories, I believe, mention their conquests in this part of India.

